# অপেশ্বৰীৰ সাধু

প্ৰণীত :
জিতেন্দ্ৰনাথ ভট্টাচাৰ্য্য

"APESWARIR SADHU"—written by Jitendra Nath Bhattacharyya, Vyakaran Sastri and Published by Jayanta Talukdar, Asomi Printers, Bamunimaidam, Guwahati-21.

প্ৰথম সংস্কৰণ— ১৯৯৩ ইং চন



বেছ— ১৮·০০ টকা

প্ৰাপ্তি স্থান — অসমী প্ৰিন্টাৰ্ছ
গুৱাহাটী-২১

# উছৰ্গা

যাৰ গৰ্ভৰ পৰা জন্ম লাভ কৰি সংসাৰত
হুচকু মেলিলো সেইজনী মোৰ স্বৰ্গীয়া
মহীয়সী মাতৃ প্ৰাণেশ্বৰী দেৱীৰ
পৱিত্ৰ স্মৃতিত কিতাপখনি
উছৰ্গা কৰা হ'ল।

ইতি—
অভাজন
লেখক
৯ পুহ
১৩৯৪ চন।

# পাতনি

এইটো বৰ সন্তোষৰ কথা যে শ্ৰীযুত জীতেন্দ্ৰনাথ ভট্টাচাৰ্যদেৱে এইবাৰ অপেস্বৰীৰ সাধু নামৰ এখন ৰসাল আৰু উপাদেয় গ্ৰন্থ অসমীয়া সাহিত্যলৈ আগ বঢ়াইছে। ইতিপূৰ্বে তেখেতৰ ৰত্নমালাৰ অনুবাদ খনৰ সংক্ষিপ্ত পাতনি এখন মই লিখাৰ সুযোগ পাইছিলোঁ। এইবাৰ ছপাই আন এখন গ্ৰন্থৰ পাতনি লিখাৰ সময়ত এই বাবেই সন্তোষৰ উদয় হৈছে যে বয়স হোৱা সত্ত্বেও, শৰীৰ অসুস্থ হৈ থকা সত্ত্বেও তেখেতে কিবা নহয় কিবা এটা লেখাৰ কাম কৰি আছে। এই সাৰস্বত সাধনাৰ বাবে তেখেতলৈ মোৰ আন্তৰিক অভিনন্দন জনাইছোঁ।

নামত যদিও এখন 'সাধু'ৰ পুথি তথাপি এই গ্ৰন্থখন সকলো বয়সৰ মানুহৰ বাবেই উপভোগ্য হ'ব বুলি ধাৰণা হয়। মূল সংস্কৃত গ্ৰন্থত থকা ভালেমান শ্লোকৰ অনুবাদেৰে সৈতে উদ্ধৃতি দিয়া বাবে পুথিখনৰ উপাদেয়তা আৰু বাঢ়িছে। এটা সময়ত কিছুমান নীতি শ্লোক মানুহৰ মুখে মুখে আছিল। আজিকালি সেই পৰম্পৰা বা সেই সংস্কৃতি নোহোৱা হ'ল। তেনে স্থলত "জলে তৈলং খলে গুহ্যম"ৰ দৰে (পৃঃ ৮) শ্লোক একোটাইত সাধুৰ দৰে আকৰ্ষণীয় বস্তুৰ মাজে-দিয়েই পঢ়ুৱৈৰ মাজলৈ এৰি দিব পৰাটো বৰ ভাল কথা হৈছে।

এইখিনি আগ কথাৰেই মই এই গ্ৰন্থখনে যাতে পঢ়ুৱৈ সমাজৰ আদৰ পায় তাৰ বাবে শ্ৰীযুত ভট্টাচাৰ্যলৈ আন্তৰিক শুভেচ্ছা জনালোঁ। ইতি—

মুকুন্দমাধৱ শৰ্মা

১৯।১২।৯২

উপাচাৰ্য্য, ডিব্ৰুগড় বিশ্ববিদ্যালয়।

# লেখকৰ এষাৰ

মহাকবি কালিদাস বিৰচিত "দ্বাত্রিংশৎ পুত্তলিকা" নামৰ সংস্কৃত কথা সহিত্যপৰা অসমীয়ালৈ "অপেস্বৰীৰ সাধু" নামেৰে এই কিতাপ খনি ৰূপান্তৰিত কৰা হৈছে। ইয়াত কবি কালিদাসৰ জীৱনী সম্পৰ্কে বুৰঞ্জীমূলক তথ্য বুলি আলোচনা কৰা বিভিন্ন দেশীয় পণ্ডিতসকলৰ কিছুমান উদ্ধৃতি আদিও সন্নিহিষ্ট কৰা হৈছে।

ইয়াৰ উপৰিও সংস্কৃত সাহিত্যৰপৰা অনুদিত কিতাপ হিচাপে "অপেস্বৰীৰ সাধু" পুস্তিকাখন অসমৰ সংস্কৃত ম'ডেল টোলৰ বিভিন্ন বিষয়ৰ প্ৰথমা পৰীক্ষাৰ আৰু উচ্চমাধ্যমিক শিক্ষান্ত পৰীক্ষাৰ্থীসকলৰ বাবে দ্ৰুত পাঠ হিচাপে মনোনীত কৰিব পাৰি নেকি? এই প্ৰশ্ন আগত ৰাখি বিভাগীয় কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰা হৈছে।

কিতাপখন ছপাই উলিয়াইছে মোৰ প্ৰিয়বন্ধু শ্ৰীযুত অধৰ তালুকদাৰৰ কণিষ্ঠ পুত্ৰ ব্যৱসায়ত অগ্ৰসৰ হোৱা উদীয়মান যুৱছাত্ৰ শ্ৰীমান জয়ন্ত তালুকদাৰে। প্ৰতিকূল অৱস্থাৰ মাজত কিতাপখনৰ প্ৰথম সংস্কৰণৰ স্বত্ব প্ৰকাশকক অৰ্পণ কৰা হৈছে।

মূল কিতাপখন ছপা হৈ ওলোৱাৰ পিছত অনিচ্ছাকৃতভাৱে কিছুমান ভুল থকাটো পৰিলক্ষিত হ'ল। সেয়ে কিতাপখনৰ শেষৰ পিনে শুদ্ধৰণি পৃষ্ঠা সংযোযন কৰা হৈছে। আশা কৰা হৈছে কিতাপখনে অসমৰ ল'ৰা-ছোৱালীকে ধৰি সমাজৰ সমাদৰ লাভ কৰিলে লেখকৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি মানিম। ইতি

বিনয়াবনত—
শ্ৰীজিতেন্দ্ৰনাথ ভট্টাচাৰ্য্য,
ব্যাকৰণ শাস্ত্ৰী
নৱগিৰি পথ, গুৱাহাটী-৩
২৫।১০।৯২

## ॥ সূচীপত্ৰ ॥

## ওঁ তৎসৎ

# অপেস্বৰীৰ সাধু

### বহুশ্ৰুত উপাখ্যান

মহাকবি কালিদাস বিৰচিত সংস্কৃতি কথা সাহিত্যৰ 'দ্বাত্ৰিংশৎ পুত্তালিকা' নামৰ সাধু মালাৰ আৰম্ভণিতে ( হৰ-পাৰ্বতী সংবাদ ) বুলি যিবোৰ সাধু কথা আছে সেইবোৰৰ মাজেৰেও লোক সমাজৰ গ্ৰহণযোগ্য কিছুমান মতাদৰ্শৰ কথা প্ৰকাশ পাইছে আৰু 'বহুশ্ৰুত উপাখ্যান' সেই সাধুবোৰৰ ভিতৰত অন্যতম প্ৰস্তাৱনা সাধু হিচাপে পৰিগণিত।

এদিনাখন দেৱী জগদম্বিকা পৰম শোভা সম্পন্ন কৈলাস পৰ্বতৰ শিখৰত পৰমেশ্বৰ মহাদেৱৰ লগত বহি থাকোতে তেওঁক সুধিছিল হে প্ৰভু, বুদ্ধিমান লোকসকলে ৱেদ শাস্ত্ৰ আদি আলোচনাৰ দ্বাৰা কাল যাপন কৰে, কিন্তু অজ্ঞ বুদ্ধিহীন লোকসকলে নিদ্ৰা অৰ্থাৎ টোপনি মাৰি আৰু আনৰ লগত কাজিয়া কৰি অনৰ্থক সময় অতিবাহিত কৰে। এতেকে আনন্দেৰে সময় কটাবলৈ সকলোৰে মনযোগ আকৰ্ষণ কৰিব পৰা আনন্দদায়ক কথা আলোচনা কৰাটোৱে কৰ্তব্য। তাকে শুনি প্ৰভু শিৱই কলে হে প্ৰাণেশ্বৰী, সকলোৰে মন মুহিব পৰা কিছুমান উপাখ্যান মই প্ৰকাশ কৰিম আৰু তুমি মন দি শুনিবা। তেতিয়া দেৱকন্যা সখি সকলেৰে সৈতে পাৰ্বতীয়ে শুনিলে আৰু মহাদেৱে কবলৈ আৰম্ভ কৰিলে। এসময়ত পৃথিৱীত উজ্জয়িনী নামেৰে এখন নগৰ আছিল আৰু সেই নগৰখন অতি উৎকৃষ্ট সৌন্দৰ্য্যৰ দ্বাৰা

ভৰপুৰ হৈ ইন্দ্ৰৰ অমৰাৱতীৰ দৰে শোভা কৰিছিল। সেই নগৰত ভৰ্তৃহৰি নামে এজন ৰজাই ৰাজত্ব কৰিছিল। তেওঁ সকলো প্ৰকাৰ কলা বিদ্যাতেই সুনিপুণ আছিল। তেওঁৰ পৰাক্ৰমৰ ফলতেই সামন্ত ৰজাসকল পদানত হৈ বৈশ্যতা স্বীকাৰ কৰিছিল আৰু তেওঁক ৰাজকীয় কৰ আদি দিব লগা হৈছিল। বিক্ৰমাদিত্য নামে তেওঁৰ এজন সৰু ভায়েক আছিল। সূৰ্য্যৰ পোহৰে দশোদিশ প্ৰকাশ কৰাৰ দৰে বিক্ৰমাদিত্যৰ প্ৰভাৱে সকলোকে মুগ্ধ কৰিব পাৰিছিল বুলিয়েই তেওঁ বিক্ৰমাদিত্য নামে জনাজাত হৈছিল।

কালক্ৰমত সংসাৰৰ প্ৰতি ৰজা ভৰ্তৃহৰিৰ বৈৰাগ্য জন্মিল। তেতিয়া সৰু ভায়েক বিক্ৰমাদিত্যক ৰাজ্যভাৰ গতাই দি ভৰ্তৃহৰিয়ে তীৰ্থ পৰ্য্যটনৰ উদ্দেশ্যে উত্তৰা পথেৰে গৈ হিমালয়ত প্ৰৱেশ কৰিলে। তাৰ পিছত বিক্ৰমাদিত্যই উজ্জয়িনীৰ ৰজা হৈ ৰাজ্য শাসন কৰিব ধৰিলে। ৰজা বিক্ৰমাদিত্য পৰম ধাৰ্মিক দয়ালু দীন-হীন আৰ্ত্তজনৰ ৰক্ষক আৰু প্ৰধানকৈ বিকলাংগ হোৱা কণা-খোঁৰা লোক সকলৰ আশ্ৰয়দাতা আছিল। তেওঁৰ পৰিচাৰক পৰিচাৰিকা সকলক সমাদৰ কৰাৰ কাৰণে ৰাজধানীৰ সকলোৱে তেওঁক ঈশ্বৰ বুলি জ্ঞান কৰিছিল। তেওঁ মন্ত্ৰী পৰিষদ বৰ্গৰ কথামতে প্ৰজা পালন কৰা হেতুকে সকলো প্ৰজাৰ মনোৰঞ্জণ কৰি মহাসুখে আৰু সগৌৰৱে ৰাজ্য শাসন কৰিব পাৰিছিল। এদিনাখন এজন সন্ন্যাসী আহি ৰজাৰ ওচৰত উপস্থিত হৈ ৰজাক আশীৰ্বাদ জনাই কলে— হে মহাৰাজ! আপোনাৰ জয় হওক। যিজনে ভূজঙ্গসকলক মালাৰূপে ব্যৱহাৰ কৰে সেই প্ৰভু হৰ মহাদেৱ আৰু বৰাহৰূপী শ্ৰীহৰিয়ে আপোনাক অধিক ঐশ্বৰ্য্য প্ৰদান কৰক। এনেদৰে আশীৰ্বাদ দি সন্ন্যাসীয়ে আকৌ কবলৈ ধৰিলে যে— হে ৰজা! মই কৃষ্ণ চতুৰ্দশী তিথিৰ দিনাখন মহাশ্মশানত অঘোৰ মন্ত্ৰৰ দ্বাৰা এটা যজ্ঞ আৰম্ভ কৰিম। সেই যজ্ঞত আপুনি উত্তৰ সাধক অৰ্থাৎ যোগালী হিচাপে কাম কৰিব লাগিব। সন্ন্যাসীৰ কথাত ৰজাই সম্মতি জ্ঞাপন কৰি প্ৰতিজ্ঞাবদ্ধ হ'ল। সেই প্ৰসংগতে ৰজা বিক্ৰমাদিত্যৰ



বেতাল (যক্ষৰাজ) সিদ্ধ হৈ ৰজাৰ বশীভূত হ'ল আৰু সেই বেতালৰ প্ৰভাৱতে ৰজাই অদ্বিতীয় ৰূপে জগতত প্ৰতিষ্ঠা লাভ কৰিবলৈ সমৰ্থৱান হৈ উঠিছিল। সেই কালত ৰজা বিক্ৰমাদিত্যৰ নাম আৰু তেওঁৰ শৌৰ্য-বীৰ্যৰ, পৰাক্ৰম আদিৰ কথা গংগা নদীৰ প্ৰবাহৰ দৰে ত্ৰিভুবনত প্ৰবাহিত হৈছিল। সেই সময়তে ৰাজৰ্ষি বিশ্বমিত্ৰই অষ্ট ঐশ্চৰ্য সিদ্ধি-লাভ কৰাৰ বাবে তপস্যা আৰম্ভ কৰিছিল। এই কাৰ্যত দেৱৰাজ ইন্দ্ৰই ভয় পালে জানোচা বিশ্বমিত্ৰই স্বৰ্গ ৰাজ্য অধিকাৰ কৰে। গতিকে স্বৰ্গৰ বিদ্যাধৰী ৰম্ভা আৰু উৰ্বশীক ইন্দ্ৰই মাতি আনি কলে যে তেওঁলোক দুজনৰ ভিতৰত নৃত্য বিদ্যাত নাইবা সংগীতত যিজনী অতি নিপুণা সেই জনীয়েই বিশ্বমিত্ৰৰ তপস্যা ভংগৰ কাৰণে ঋষিৰ আশ্ৰমলৈ যাব লাগে। সেই কথা শুনি ৰম্ভাই কলে যে তেওঁ সংগীতত অতিশয় প্ৰৱীণা। উৰ্বশীয়ে কলে যে তেওঁ শাস্ত্ৰীয় নৃত্য বিদ্যা বিশাৰদা। এনেকৈ ৰম্ভা আৰু উৰ্বশীৰ মাজত বিবাদ আৰম্ভ হ'ল। দুয়োজনী বিদ্যাধৰীৰ নৃত্য দৰ্শণ কৰিবলৈ দেৱ সমাজক আহ্বান কৰা হ'ল। যথা সময়ত ইন্দ্ৰৰ সভাত ৰম্ভা আৰু উৰ্বশীয়ে নৃত্য প্ৰদৰ্শণ কৰিলে। কিন্তু সেই দুয়োজনী দেৱ কন্যাৰ ভিতৰত কোনজনী নৃত্য পটিয়সী হব সেই কথা দেৱ সমাজে সিদ্ধান্ত কৰিব নোৱাৰিলে। অৱশেষত নাৰদ মুনিয়ে কলে যে পৃথিবীত উজ্জয়িনী নগৰত সকলো কলা বিদ্যাত পণ্ডিত বিশেষকৈ নৃত্য শাস্ত্ৰত অভিজ্ঞ বিক্ৰমাদিত্য নামেৰে এজন ৰজা আছে। তেওঁক মতাই আনি দুয়োজনী বিদ্যাধৰীৰ ভিতৰত কোন জনী শ্ৰেষ্ঠা হয় তেওঁৰ দ্বাৰা সিদ্ধান্ত কৰিব লাগে। নাৰদ ঋষিৰ কথামতে দেৱেন্দ্ৰই তেওঁৰ সাৰথি মাতলিক ৰজা বিক্ৰমাদিত্যক নিমন্ত্ৰণ কৰি আনিবলৈ উজ্জয়িনী নগৰলৈ পঠাই দিলে। দেৱৰাজ ইন্দ্ৰৰ নিমন্ত্ৰণ পাই বিক্ৰমাদিত্যই মাতলিৰে সৈতে যথা সময়ত ইন্দ্ৰপুৰীত উপস্থিত হ'ল। আকৌ দেৱ সভা আৰম্ভ হ'ল আৰু বিক্ৰমাদিত্যৰ আগত বিদ্যাধৰী ৰম্ভা আৰু উৰ্বশীৰ পুনৰায় নৃত্য গীতৰ অনুষ্ঠান প্ৰদৰ্শন কৰা হ'ল। এইবাৰ বিক্ৰমাদিত্যই দেৱতা

সকলৰ আগত নৃত্য কলাৰ বিষয়ে শাস্ত্ৰোক্ত নিয়মৰ কিছুমান কথা উল্লেখ কৰিলে। ৰজাই ক'লে যে নৃত্য কাৰ্যত ঘাইকৈ নৰ্ত্তকীসকলৰ অংগ প্ৰত্যংগৰ সৌষ্ঠৱতা দেখুৱাটো প্ৰধান কৰ্তব্য। নৃত্য শাস্ত্ৰত কথিত আছে যে 'অনুচ্চ নীচং চৰতামংগানাং চল পাদতা। কটি-কৰ্পূৰ শীৰ্ষাক্ষি কৰ্ণানাং সমৰূপতা॥ অৰ্থাৎ অধিক উচ্চগামী নাইবা অধিক নিম্নগামী নকৰাকৈ মূৰৰপৰা পাদলৈকে অংগ সঞ্চালন কৰি কৰি নিজৰ কটিদেশ উচ্চ ৰাখি, উৰ্দ্ধগামী হাতৰ কিলাকুটি, মস্তক, চকু আৰু কৰ্ণ-যুগল সমানভাবে ৰাখি ৰমণীয় আৰু মোহনীয় ভাবৰ সৃষ্টি কৰিব লাগিব। ৰূপ সজ্জাত সজ্জিত ৰংগমঞ্চত নৰ্তকীসকলৰ অৱস্থান আৰু তেওঁলোকৰ বিশেষ বিশেষ অংগ সঞ্চালন কৰাৰ বিষয়ে নৃত্য শাস্ত্ৰত বৰ্ণনা কৰা আছে যে—"চতুৰস্ৰস্ত্ব সহিতৌ সমপাদৌ লতাকৰৌ। প্ৰাৰম্ভে সৰ্ব নৃত্যানাং এতৎ সামান্য মুচ্যতে॥" অৰ্থাৎ—নৃত্য কাৰ্যৰ আৰম্ভণিতে নৃত্য নিপুনা নৰ্তকীসকলে এটা চাৰিকোণীয়া বৰ্গক্ষেত্ৰৰ কল্পনা আগত ৰাখি তাৰ মাজত যেন তেওঁলোকৰ পাদযুগল আৰু বাহুযুগল মৃদুভাৱে সঞ্চালন কৰিব। বিশেষ এই যে তেওঁলোকৰ চকু জুৰি উজ্জ্বল আৰু দীৰ্ঘাকৃতিৰ হ'ব লাগে। স্তনযুগল কঠিন আৰু উন্নত হ'ব লাগিব। কটিপ্ৰদেশ আৰু উৰুপ্ৰদেশ স্থুল হ'ব লাগিব। বাওঁ হাতখন পিছৰ পিনে নিতম্ব প্ৰদেশত স্থাপন কৰি সোঁহাতখন ত্ৰিভুজাকৃতিৰে মূৰৰ সমানকৈ ৰাখি চালনা কৰিব লাগিব। মধ্য ক্ষীণা শ্যামা নৰ্তকীসকলে পাদ মূলত দৃষ্টি নিক্ষেপ কৰি পাদদ্বয় আৰু বাহু লতাৰ লয়লাস ভংগীমাৰ দ্বাৰা নৰ্তকীৰ অংগসমূহত যেন শৃংগাৰকে আদি কৰি সমস্ত ৰস নিহিত হৈ আছে তাকেই নৃত্য শৈলীৰ দ্বাৰা প্ৰকাশ কৰি বুজাই দিছে। শেষত উৰ্বশী কৃত নৃত্যাই সবাতকৈ শ্ৰেষ্ঠ বুলি দেৱ-সমাজত বিক্ৰমাদিত্যই ঘোষণা কৰিলে। সেই কালৰপৰা স্বৰ্গ ৰাজ্যত উৰ্বশী শ্ৰেস্থা নৰ্তকী বুলি খ্যাতি লাভ কৰিলে। কোনোবা এজন নাৰায়ণ নামৰ ঋষিৰ উৰুপ্ৰদেশৰ পৰা জন্ম হৈছিল বুলি তেওঁৰ নাম উৰ্বশী আছিল। দেৱৰাজ ইন্দ্ৰই



বিক্ৰমাদিত্যৰ প্ৰতি সন্তুষ্ট হৈ তেওঁক দিব্য ভূষণ আৰু অলংকাৰৰ দ্বাৰা সন্মান জনালে। লগতে মণি-মুকুতাৰে হীৰক খচিত আৰু বত্ৰিশটা পুতলা সন্নিবিষ্ট এখন ৰত্ন সিংহাসন প্ৰদান কৰি স্বৰ্গ-ৰাজ্যৰ-পৰা বিদায় দিলে। প্ৰকাশ কৰিব পাৰি যে সেই পুতলাবোৰৰ মূৰত ভৰি দি দি গৈ সিংহাসনত বহিব লাগিছিল। সেই কাৰণে ইয়াক ভাৰতৰ অন্যান্য ভাষাত বত্ৰিশ সিংহাসন বুলি ক'লেও ই আচলতে দ্বাত্ৰিংশৎ পুত্তলিকাহে। কোনোবাই কোৱাৰ দৰে বত্ৰিশ সিংহাসন নহয়। সেইটো যিয়ে হ'ক, দেৱৰাজ ইন্দ্ৰৰপৰা মনোৰম দিব্য সিংহাসনেৰে সৈতে ৰজা বিক্ৰমাদিত্যই নিজৰ পুৰী উজ্জয়িনীত উপস্থিত হ'ল। ইয়াৰ পিছত দেৱতাৰ পূজা কৰি শুভক্ষণ চাই সেই সিংহাসনত আৰোহণ কৰিলে আৰু বহুকাল তেওঁ সুখেৰে ৰাজ্য ভোগ কৰিলে। অৱশেষত উজ্জয়িনী নগৰলৈ এটা দুৰ্যোগ আহিল। প্ৰতিষ্ঠা নামৰ নগৰ এখনত শেষ নাগৰ ঔৰসত আঢ়ৈ বছৰীয়া কন্যা এজনীৰ গৰ্ভত এজন ল'ৰাৰ জন্ম হ'ল। তাৰ নাম হ'ল শালিবাহন সেই সময়ত উজ্জয়িনীত বহু অমংগলে দেখা দিলে। যেনে—সন্ধিয়া-পৰত ভূমিকম্প, দিবা ভাগত উল্কাপাত আৰু বিনামেঘে মেঘগৰ্জন আদি হ'বলৈ ধৰিলে। ৰজাই ভয়বিহ্বল চিত্তে দৈৱজ্ঞসকলক মতাই আনি সেই অমংগল হোৱাৰ কাৰণ কি জানিব বিচাৰিলে। দৈৱজ্ঞ সকলে ক'লে যে হে মহাৰাজ! সন্ধিয়া সময়ত ভূমিকম্পন আৰু পীতবৰ্ণ দিগ্‌দাহ হ'লে ৰজা বিনাশপ্ৰাপ্ত হয়। ৰজাই ক'লে যে তেওঁ প্ৰভু মহাদেৱৰপৰা বৰ লাভ কৰিছে আৰু আঢ়ৈ বছৰীয়া ছোৱালীৰ গৰ্ভত পুত্ৰসন্তান জন্ম হ'লেহে সেইজনৰ দ্বাৰা ৰজাৰ মৃত্যু হ'ব। গতিকে তেনে সন্তানৰ কেতিয়াও জন্ম নহয় আৰু ৰজাৰ মৃত্যু হোৱাটো সম্ভৱ নহ'ব। তাকে শুনি দৈৱজ্ঞই ক'লে যে হে ৰজা, দেৱতাৰ সৃষ্টি অচিন্তনীয় আৰু অবৰ্ণনীয়। গতিকে আপুনি নিজেই ইয়াৰ বিচাৰ কৰি চাওক, ইয়াকে কৈ দৈৱজ্ঞই বিদায় ল'লে। বিক্ৰমাদিত্যই দৈৱজ্ঞৰ কথাত চিন্তান্বিত হৈ তেওঁৰ সাধনাৰ ফল স্বৰূপে লাভ কৰা

অপদেৱতা যক্ষৰাজ বেতালক আহ্বান কৰিলে। ৰজাৰ আগত বেতাল আহি উপস্থিত হোৱাত ৰজাই বেতালক ক'লে যে কোন ঠাইত আঢ়ৈ বুছৰীয়া কন্যাৰ গৰ্ভত ল'ৰা সন্তান জন্ম হৈছে, সেই কথা জানি আহি অতি শীঘ্ৰে জনাব লাগে। তেতিয়া বেতালে শাক দ্বীপকে আদি কৰি নানা দেশত ভ্ৰমণ কৰি আহি জম্বু দ্বীপত প্ৰতিষ্ঠা নগৰ নামে এখন ঠাইত প্ৰৱেশ কৰিলে তাতে কুমাৰৰ ( মাটিৰ বাচন তৈয়াৰ কৰা মানুহ ) পদূলি মুখত সোণবৰণীয়া কন্যা এজনীৰ লগত সোণৰ প্ৰতিমাৰ দৰে এজন ল'ৰাই খেলি থকা দেখা পাই বেতালে দুয়োকে সুধিলে—হেৰ ! তহঁত কাৰ সন্তান ? তেতিয়া ছোৱালীজনীয়ে ওচৰতে থকা এজন ব্ৰাহ্মণক দেখুৱাই দিলে। বেতালে ব্ৰহ্মণজনক সুধিলত ব্ৰাহ্মণে ছোৱালীজনী তেওঁৰ নিজৰ বুলি ক'লে আৰু ল'ৰাজন সেই ছোৱালীজনীৰ পুত্ৰ বুলি ক'লে। কথা শুনি বেতালে আচৰিত হৈ ব্ৰাহ্মণক সুধিলে—হে বিপ্ৰবৰ ! এইটো সম্ভৱযোগ্য কেনেকৈ হ'ল ? ব্ৰাহ্মণে ক'লে যে দেৱতাসকলৰ চৰিত্ৰ বুজি পোৱাটো মনুষ্য বুদ্ধিৰ অগোচৰ। ব্ৰাহ্মণে ক'লে—শেষ নাগৰাজৰ ঔৰসত এই কন্যাজনীৰ গৰ্ভত ল'ৰাটোৰ জন্ম হ'ল আৰু ইয়াৰ নাম শালিৱাহন ৰখা হৈছে। সেই কথা শুনি যক্ষৰাজ বেতালে প্ৰতিষ্ঠা নগৰৰপৰা উজ্জয়িনীলৈ উভতি আহি ৰজা বিক্ৰমাদিত্যৰ আগত সমস্ত বৃত্তান্ত জনালে। তেতিয়া বিক্ৰমাদিত্যই সৈন্য-সামন্ত লগত লৈ শালিৱাহনক নিধন কৰিবলৈ যাত্ৰা কৰিলে। শালিৱাহনৰ যুদ্ধত বিক্ৰমাদিত্যৰ মৃত্যু হ'ল। ৰজাৰ কেইবাগৰাকী ৰাণী আছিল আৰু সেই কালৰ প্ৰথা অনুযায়ী ৰজাৰ মৃত্যুৰ পিছতে ৰাণীসকলে অগ্নিত প্ৰৱেশ কৰিবলৈ উদ্যত হ'ল। ৰজা অপুত্ৰক আছিল আৰু তেওঁৰ মৃত্যুৰ সময়ত এগৰাকী ৰাণী সপ্তম মাহৰ গৰ্ভযুক্তা আছিল। সতীদাহ যোৱাৰপৰা বিৰত ৰাখি সেই সগৰ্ভা ৰাণীক অভিষেক কৰি মন্ত্ৰীসকলে নৱৰত্ন পণ্ডিতৰ পৰামৰ্শ মতে ৰাজ্য শাসন কৰি থাকিল। কিন্তু ইন্দ্ৰদত্ত বত্ৰিশ পুতলাযুক্ত আৰু হীৰা খচিত সিংহাসনখন উপযুক্ত ৰজাৰ অভাৱত শূন্য



হৈ এনেয়ে পৰি ৰ'ল। এদিনাখন মন্ত্ৰীসভা আৰম্ভ হোৱা কালত আকাশৱানী শুনা গ'ল যে বিক্ৰমাদিত্যৰ অভাৱ হোৱাত তেওঁৰ স্বৰ্গীয় পুতলাযুক্ত ৰত্ন সিংহাসনখন এখন পৱিত্ৰ শস্য ক্ষেত্ৰৰ ওচৰত ৰাখিব লাগে। অৱশেষত দৈৱবানীৰ আদেশ মতে সেই সিংহাসনখন পৱিত্ৰ ভূমিত ৰাখি থোৱা হ'ল। তাৰ পিছত বহুকাল অতিবাহিত হ'ল। শেষত যি সময়ত উজ্জয়িনী নগৰত ভোজ ৰজাৰ ৰাজত্ব আৰম্ভ হৈছিল সেই সময়ত উল্লিখিত সিংহাসনখন মাটিৰ তলত পোট গৈ তাৰ ওপৰত এটা প্ৰকাণ্ড উঁই হাফলু হৈ উঠিছিল আৰু সেই মাটিডোখৰ এজন ব্ৰাহ্মণৰ অধীনত আছিল। সেই মাটি ডৰাত যৱ ধানৰ খেতি কৰা হৈছিল আৰু ব্ৰাহ্মণে নিজেই মাজে-সময়ে খেতিডৰাৰ তত্ত্বাৱধান কৰিছিল। খেতি পথাৰৰ যি ঠাইত উঁই হাফলুৰ দ্বাৰা ওখ হৈ উঠিছিল সেইখিনিত এখন চাং পতা হৈছিল আৰু সেই চাংখনত উঠি ব্ৰাহ্মণে এদিনাখন শস্য ৰখি আছিল। সেই সময়ত ৰজা ভোজে ঘোঁৰাত উঠি সেই খেতি পথাৰৰ ওচৰেৰে গৈছিল। ভোজ ৰজাক দেখি চাঙৰ ওপৰৰ পৰাই ব্ৰাহ্মণে ক'বলৈ ধৰিলে—হে মহাৰাজ! ৰজা সাক্ষাত ঈশ্বৰৰ নিচিনা। তাতে আপুনি মোৰ অতিথি, ইয়াতে বহি অলপ বিশ্ৰাম লওক। ব্ৰাহ্মণে আকৌ ক'লে যে এই পথাৰত যথেষ্ট শস্য হৈছে গতিকে পৰিশ্ৰান্ত হোৱা ঘোঁৰাবিলাকক অলপ শস্যকে খাবলৈ দিয়ক। ৰজাই ব্ৰাহ্মণৰ আগ্ৰহ দেখি তাকে কৰিলে। ব্ৰাহ্মণে চাঙৰ পৰা নামি আহিল আৰু ৰজাই চাঙৰ ওপৰত বহিল। তেতিয়া ব্ৰাহ্মণে তৰ্জন-গৰ্জন কৰি ৰজাক ক'বলৈ ধৰিলে যে হে ৰজা! এইখন শস্য ক্ষেত্ৰত আপুনি ঘোঁৰা মেলি দিছে আৰু শস্যবোৰ নষ্ট কৰিছে। ৰজা হৈ এনে অপকৰ্ম কৰাটো উচিত হোৱা নাই। আন প্ৰজাসকলে দোষ কৰিলে ৰজাই তাৰ বিচাৰ কৰে, কিন্তু ৰজাই বেয়া কাম কৰিলে কোনে দণ্ড বিহিব। শাস্ত্ৰত আছে যে—'গজে কণ্ঠ গৰীয়েচ ৰাজ্ঞি জাৰিনি ৱা পুনঃ। পাপ কৃৎস্থ চ ৰিদ্বৎসু নিৰন্তাজন্তৰত্ৰ কঃ ॥' অৰ্থাৎ হাতী

যেতিয়া হেমযুক্ত হয় (বসন্ত কালত হাতীৰ কপালত ঘাম ওলায় তাকে কণ্ঠু নাইবা হেম বোলা হয়) তেতিয়া তাক শাসন কৰাটো কঠিন হৈ উঠে, আকৌ ৰজা যদি প্ৰজা জাৱণকাৰী (অত্যাচাৰ-কাৰী) হয়, আৰু বিদ্বান ব্যক্তিসকল যদি পাপ কৰ্ম আচৰণকাৰী হয় তেনে সেইসকলক কোনে নিয়ন্ত্ৰণ কৰিব পাৰে। ব্ৰাহ্মণৰ কথা শুনি ৰজাই চাঙৰপৰা নামি আহি যাবলৈ ওলোৱাত ব্ৰাহ্মণে চাঙৰ ওপৰত উঠি আকৌ ক'বলৈ ধৰিলে, হে নৰপতি! মই দৰিদ্ৰ এজনে আপোনাক কেনেকৈ সন্তুষ্ট কৰিম। আপুনি খন্তেক ইয়াতে থাকিলে এই ব্ৰাহ্মণৰ অপাৰ আনন্দ লাভ হ'ব। তাকে শুনি ৰজাই ভাবিবলৈ ধৰিলে যে ব্ৰাহ্মণে চাঙৰ ওপৰত উঠিলে শুভবুদ্ধিৰ উদয় হয় আৰু বিজ্ঞজনৰ দৰে ভাল কথা কয়—নাইবা শাস্ত্ৰত পোৱা যায় যে—"জলে তৈলং খলে গুহ্যং পাত্ৰে দানং মনা গপি। প্ৰাজ্ঞে শাস্ত্ৰং স্বয়ং যাতি বিস্তাৰং বস্তু শক্তিতঃ ।।" অৰ্থাৎ পানীত যদি তেল দিয়া হয়, সেইদৰে খলুৱা (হকে-বিহকে কথা লগোৱা মানুহ) মানুহৰ আগত গোপন কথা কোৱা হয় আৰু যদি সৎ পাত্ৰত (যোগ্য ব্যক্তি) সামান্য মাত্ৰ দান আগবঢ়োৱা হয়, আকৌ বিশেষজ্ঞজনৰ লগত সাধাৰণ শাস্ত্ৰ আলোচনা কৰা হয়, তেনেহ'লে উল্লিখিত বিষয়-বস্তুবোৰৰ বিশেষভাৱে বিস্তাৰ লাভ কৰা দেখা যায়। সেই শস্য ক্ষেত্ৰৰ চাঙৰ ওপৰত বহিবৰ সময়ত ৰজাৰ মনত সৎভাৱ উপজাৰ কথা স্মৰণ কৰি ৰজাই ভাবিলে যে চাং সজা ঠাইখিনিৰ কিবা অলৌকিক গুণ থাকিব পাৰে। তেতিয়া ৰজাই ব্ৰাহ্মণক ক'লে যে তেওঁ মাটিখিনি ৰজাক দিব লাগে। তাৰবাবে ৰজাই ব্ৰাহ্মণক যথেষ্ট ধন দিব। ব্ৰাহ্মণে সন্মতি জ্ঞাপন কৰিলত ৰজাই মন্ত্ৰীৰে সৈতে মন্ত্ৰণা কৰি সেই ওখ ঠাইখিনি খন্দাব ধৰিলে। যেতিয়া এক মানুহৰ সমান গাঁত এটা হ'ল তেতিয়া মাটিৰ তলত সেই অপেশ্বৰী সদৃশ পুতলা-যুক্ত সিংহাসনখন মণি-মুকুতাৰে সুশোভিত হৈ থকা দেখা পালে। ঐশ্বৰিক বস্তু বুলি ভাবি মন্ত্ৰীৰ উপদেশ মতে সেই ঠাইডোখৰত



এভাগ হোম-যজ্ঞৰ অনুষ্ঠান কৰি ৰজাই সিংহাসনখন মাটিৰ তলৰপৰা তুলি আনিবলৈ সমৰ্থ হ'ল। ৰজাই ক'লে, হে মন্ত্ৰীবৰ! আপোনাৰ উপদেশ মতে এই সিংহাসনখন মোৰ হস্তগত হ'ল। এতেকে দেখা যায় যে বুদ্ধিমান লোকৰ সংসৰ্গ লাভৰপৰা নিজৰ সুখ বৃদ্ধি হয়। ৰজাই ক'বলৈ ধৰিলে যে যিজন লোকে অনৰ্থ কাৰ্য নিবাৰণ কৰে আৰু ভৱিষ্যত বিষয়ৰ সাধনৰ কাৰণে যত্নপৰ হয় সেইজন লোককেই মন্ত্ৰী বুলি ক'ব পাৰি। শাস্ত্ৰত উক্তি আছে যে--"স্থিতস্য কাৰ্য্যস্য সমুত্তৰাৰ্থম্, আগামিনোঽৰ্থস্য চ সন্তৰাৰ্থম্, অনৰ্থকস্য প্ৰতিঘাতনাৰ্থম্, যোমন্যতেঽসৌ পৰমোহি মন্ত্ৰী ॥" অৰ্থাৎ যি লোক উপস্থিত কাৰ্য সাধনত তৎপৰ হয়, ভৱিষ্যতৰ কাৰ্য সাধনৰ সম্ভৱযোগ্য দিশ নিৰ্ণয় কৰিবলৈ সমৰ্থ হয় আৰু অনৰ্থ ঘটনাত প্ৰতিঘাট দিবলৈ সমৰ্থ ৱান হয় সেইজন লোককেই প্ৰকৃত মন্ত্ৰী বোলা হয়। মন্ত্ৰীয়ে ক'লে হে মহাৰাজ! অলপ শুনক, যিজন বুদ্ধিদাতা হয় সেইজন প্ৰভুৰ হিত সাধন কাৰ্যত ব্ৰতী থাকে আৰু তেওঁকেই উত্তম মন্ত্ৰী বোলা হয়। আকৌ ইয়াকো দেখা যায় যে মন্ত্ৰী নোহোৱাকৈ ৰাজ্য শাসন কৰা, খাদ্য সম্ভাৰ আদি নৰখাকৈ গৃহস্থি পৰিচালনা কৰা, যৌৱনৰ শক্তি নোহোৱাকৈ সৌভাগ্য লাভ কৰা আৰু জ্ঞান অৰ্জন নকৰাকৈয়ে বৈৰাগী হ'ব খোজা আদি কামবোৰ কৰিবলৈ যোৱাটো বৃথা চেষ্টা হয়। সেইদৰে দুৰ্জন লোকৰ শান্তি, পাষণ্ডসকলৰ বুদ্ধি, বেশ্যা তিৰোতাৰ প্ৰীতি, খলুৱাসকলৰ মিত্ৰতা, পৰাধীন সকলৰ অৱস্থিতি, ধনহীনসকলৰ ক্ৰোধ, সেৱকসকলৰ কোপ, ৰজাৰ মৰম, কৃপণৰ ঘৰ, ব্যভিচাৰিনীসকলৰ স্বামীভক্তি, চোৰসকলৰ মুক্তি, মূৰ্খসকলৰ সন্মতি আদি কামবোৰৰ দ্বাৰা সুফল পোৱা নেযায়। ৰজাৰ কৰ্তব্য সম্পৰ্কে কোৱা আছে যে মহৎ লোকসকলৰ সেৱা কৰা, বিশ্বাসী ব্যক্তিসকলৰ-পৰা উপদেশ গ্ৰহণ কৰা, ন্যায় পথত অৱস্থান কৰা, দেৱতা, ব্ৰাহ্মণ-সকলক মান্য কৰা, দুষ্টজনক দমন কৰা আৰু শিষ্টসকলৰ মনোৰথ পূৰণ কৰা আদি কামবোৰ ৰজাই পালন কৰিবলগীয়া বুলি প্ৰবাদ

আছে। মন্ত্ৰীয়ে ৰজাৰ আগত মন্ত্ৰীসকলৰ কৰ্তব্য সম্বন্ধে ক'লে যে মন্ত্ৰীসকলে প্ৰজাসকলৰ বিষয়ে হোৱা আলোচনাসমূহ সদায় গোপনে ৰাখিব লাগে, সদায় ৰাজভক্তি ৰক্ষা কৰা, পাপ কাৰ্যৰপৰা বিৰত থকা সময়োচিত বিষয়ৰ জ্ঞান থকা, ৰাজকীয় কাম কৰা পৰিচাৰক-পৰিচাৰিকা সকলৰ প্ৰতি সমভাব প্ৰদৰ্শন কৰা, ৰজাৰ চিত্ত-বৃত্তি অনুসৰণ কৰা আদি গুণবোৰ মন্ত্ৰীসকলৰ অৱশ্যেই থাকিব লাগিব। ইয়াৰ উপৰিও মন্ত্ৰী এজনে নানা শাস্ত্ৰ জানিব লাগিব। যেনে— কামন্দক শাস্ত্ৰ, চাণক্য শাস্ত্ৰ, পঞ্চতন্ত্ৰ আদি নীতি-শাস্ত্ৰৰ জ্ঞান থাকিব লাগিব। সেয়েহে বহু শাস্ত্ৰজ্ঞান সম্পন্ন নন্দৰাজ মন্ত্ৰী বহুশ্ৰুতই ব্ৰহ্মহত্যা পাপৰপৰা ৰক্ষা পৰিছিল। ৰজা ভোজে ক'লে, সেইটো কেনে কথা? মন্ত্ৰীয়ে ক'লে, হে মহাৰাজ! আপুনি মনোযোগেৰে শুনক, মন্ত্ৰীয়ে ক'বলৈ ধৰিলে যে এসময়ত বৈশাল নগৰত মহা পৰাক্ৰমী নন্দ নামেৰে এজন ৰজা আছিল। তেওঁ নিজ বাহুবলেৰে সমস্ত শত্ৰু আৰু আন আন ৰজাসকলক জয় কৰি নিজৰ অধীন কৰিব পাৰিছিল। সেই নন্দ ৰজাৰ জয়পাল নামেৰে এজন গুণী পুত্ৰ আৰু ভানুমতী নামেৰে এজনী পৰমা ৰূপৱতী ভাৰ্যা আছিল। বিবিধ শাস্ত্ৰজ্ঞ 'বহুশ্ৰুত' নামেৰে তেওঁৰ এজন মন্ত্ৰীও আছিল। ৰজাই ভানুমতীৰ প্ৰতি অতিশয় অনুৰক্ত আছিল। আনকি ৰজাই যেতিয়া ৰাজসভাত বহিছিল তেতিয়া তেওঁ ভানুমতীক ওচৰতে বহুৱাই ৰাখিছিল আৰু সেই কাৰ্যই মন্ত্ৰী বহুশ্ৰুতকে আদি কৰি অন্যান্য অমাত্যসকলক বিতুষ্ট কৰি তুলিছিল। বহুশ্ৰুতই ভাবিছিল যে এই ৰজাজন অতি নিৰ্লজ্জ পুৰুষ আৰু মায়াসেৱী। নহলেনো অসূৰ্য্যম্পশ্যা ভানুমতীক ৰাজ সভালৈ অনা হ'ব কিয়? নাইবা যিসকল লোক অতি কামুক সেইসকল লোকে উচিত বা অনুচিত কাৰ্য বিবেচনা কৰিব নোৱাৰে। ইয়াকো জনা যায় যে— দেৱৰাজ ইন্দ্ৰৰ কমল লোচনা বহুজনী দেবাঙ্গনা থাকোতেওঁ তপস্বিনী অহল্যাক বলাৎকাৰ কৰিছিল। গতিকে হৃদয় ৰূপ বন প্ৰদেশত যেতিয়া কামানল প্ৰৱেশ কৰি দগ্ধ কৰে তেতিয়া কোনো পুৰুষে



ধৰ্মাধৰ্ম বিচাৰ কৰিব নোৱাৰা হয়। ত্ৰিকালজ্ঞ হলেও কামাক্ৰান্ত সকল বিকল হৈ পৰে। ৰনিতাসক্ত লোকে নিজৰ জ্ঞান, সত্য, তপস্যা, স্বভাৱ, বিজ্ঞান আদি গুণসমূহ কামানলত ধ্বংস কৰি দিয়ে। সেয়েহে উক্তি আছে যে—"ইতিবৃত্তং ৱলস্যান্তং স্বকুলস্যাপি লাঞ্ছনম্। মৰণন্ত সমীপস্থং কামী লোকো ন পশ্যতি।" অৰ্থাৎ কামী লোকে নিজৰ গোষ্ঠীগত ইতিহাস, বল বা শক্তিৰ সীমা, নিজ বংশৰ অপমান আৰু নিজৰ মৰণ সন্নিকট হোৱাকে আদি কৰি কথাবোৰৰ একোটাকে দেখা নাপায়। বহুশ্ৰুত মন্ত্ৰীয়ে এনেবোৰ বহু কথা ভাৱি সুবিধা বুজি এদিনাখন ৰজাক কলে হে মহাৰাজ! এটা নিবেদন আছিল। ৰজাৰ আদেশ লৈ মন্ত্ৰীয়ে কবলৈ ধৰিলে যে মহাৰাজে ৰাজমহিষী ভানুমতীক ৰাজসভালৈ অনাটো ভাল কাম হোৱা নাই। কাৰণ ৰাজ সভালৈ নানা প্ৰকাৰ লোকৰ সমাগম হয় আৰু সকলো মানুহে ৰাণীক দেখা পালে সম্মানৰ লাঘৱ হয়। তাৰ উত্তৰত নন্দ ৰজাই মন্ত্ৰীয়ে কোৱা সেই সকলোবোৰ জনা বুলি কলে আৰু কলে যে— ভানুমতীৰ অবিহনে ৰজাই এখন্তেকো থাকিব নোৱাৰে। তেতিয়া মন্ত্ৰীয়ে কলে যে— ভানুমতীৰ ছবি এটা আঁকি ৰজাৰ আগত ৰাখিলেও ৰজাৰ উদ্দেশ্য পুৰণ হব পাৰে। তাৰ পিছত ৰজাই মন্ত্ৰীৰ কথাত সন্মতি জ্ঞাপন কৰিলত এজন চিত্ৰকৰ মতাই আনি ভানুমতীৰ ছবি অঁকাৰ ব্যৱস্থা কৰা হ'ল। প্ৰথমতে চিত্ৰকাৰজনে এবাৰ ভানুমতীক চাই ললে আৰু ভাবিলে যে এওঁ এজনী পদ্মিনী লক্ষণ যুক্তা কন্যা বুলি এখন ছবি আঁকিলে। কামন্দক শাস্ত্ৰত (ৰতিশাস্ত্ৰ) পদ্মিনী নাৰীৰ লক্ষণ এনেদৰে বৰ্ণনা কৰা আছে যে— "কমল মুকুল মৃদ্বী ফুল্লৰাজীৱ গন্ধা, সুৰত পয়সি যস্যাঃ সৌৰভং দিব্যমঙ্গে। চতিত মৃগসনাভে প্ৰান্ত ৰক্তে চ নেত্ৰে, স্তন যুগল মনৰ্ঘং শ্ৰীফল শ্ৰীবিড়ম্বি।" অৰ্থাৎ যিজনী ৰমণীৰ দেহ ভাগ কমলৰ কলিৰ দৰে কোমল, বিকশিত পদুমৰ দৰে সুগন্ধী অঙ্গ প্ৰত্যঙ্গসমূহ দিব্য মনোহৰ দৰ্শনীয়, চকুযুৰিৰ কোণ ৰঙা বৰণেৰে শোভিত আৰু চঞ্চল হৰিণা সদৃশ, স্তন যুগল উন্নত আৰু শ্ৰীফলৰ

দৰে আকৃতি যুক্ত হয় সেই জনীকেই পদ্মিনী কন্যা বোলে। ইয়াৰ উপৰিও যাৰ শৰীৰৰ বৰণ চম্পক ফুলৰ দৰে উজ্বল, দীৰ্ঘ কেশৰাজি, হংস গামিনী আৰু কণ্ঠস্বৰ ৰাজ হাঁহৰ নিচিনা কোমল— সুশ্ৰাব্য যি কন্যাৰ শুভ্ৰ কুসুম সদৃশ বসন ভূষণ প্ৰিয়, আহাৰ অতি মৃদু আৰু লঘু ও পবিত্ৰ, যিজনীয়ে সদায় শ্ৰদ্ধাভাৱে দেৱতা গুৰুজন আৰু ব্ৰাহ্মণ সজ্জনৰ সেৱা পূজা কৰে, তাৰ উপৰিও যি ৰমণীৰ অঙ্গ-প্ৰত্যঙ্গত শুভ লক্ষণ যুক্ত চিহ্ন আদি যেনে - ধান, তিল, মাছৰ চিত্ৰ থাকে সেই কন্যাকেই পদ্মিনী কন্যা বোলা হয়। সাধাৰণতে পদ্মিনী কন্যাৰ বাম অঙ্গত হাত নাইবা উৰুত মৎস্য চিহ্ন থাকে। চিত্ৰকৰজনে উক্ত পদ্মিনী লক্ষণ যুক্ত হিচাপে ভানুমতীৰ ছবি এখন আঁকি ৰজাক অৰ্পণ কৰিলে। চিত্ৰকৰে অঙ্কিত কৰা ভানুমতীৰ ছবিখন দেখি ৰাজগুৰু শাৰদানন্দই কলে যে ছবিখন অঁকা ভুল হ'ল। কাৰণ ভানুমতীৰ বাওঁ উৰু প্ৰদেশত শুভ-লক্ষণযুক্ত এটা মাছৰ চিত্ৰ আছে। চিত্ৰকৰে সেই মাছটো অঁকা নাই। সেই কথা শুনি ৰজাই আচৰিত হৈ ভাবিলে যে ভানুমতীৰ লগত শাৰদানন্দৰ গোপন সংসৰ্গ আছে। নহলে তেওঁ এনে গুপ্ত কথা কেনেকৈ জানিব পাৰিব। সেই অপৰাধতে ৰজাই কোনো প্ৰমাণ নকৰাকৈয়ে শাৰাদানন্দৰ প্ৰাণ দণ্ডৰ আদেশ দিলে আৰু মন্ত্ৰীক কলে— হে মন্ত্ৰীবৰ! যদি আপোনাৰ ৰাজভক্তি আছে তেনেহলে ৰাজ আদেশ পালন কৰি এই শাৰদানন্দ ব্ৰাহ্মণক বধ কৰক। তেতিয়া মন্ত্ৰীয়ে মানুহক দেখুৱাই শাৰদানন্দক বধ্য ভূমিলৈ লৈ গ'ল। তাৰ পিছত শাৰদানন্দই বধ্য ভূমিত উপস্থিত হৈ মন্ত্ৰীক কবলৈ ধৰিলে। হায়-হায় ৰজা কোনো মানুহৰে প্ৰিয় হ'ব নোৱাৰে। শাস্ত্ৰত উক্তি আছে যে—যথেষ্ট ধন লাভ কৰিলে কোনজন মানুহে ধনৰ গৌৰৱ নকৰে? বিষয়ত আসক্ত হোৱা কোন মানুহৰ বিপদ নহয়? পৃথিবীত কোন মানুহ কামিনীৰ ৰূপ লাৱণ্যত আকৃষ্ট নহয়? কোন পুৰুষ কালৰ কৰলত নপৰাকৈ থাকে? উক্তি আছে যে "কাকে শৌচংদ্যুত কাৰে চ সত্যং ক্লীৱে শৌৰ্য্যং মদ্যপে তত্ত্ব চিন্তা। সৰ্পে ক্ষান্তিঃ স্ত্ৰীলু কামোপ শান্তিঃ ৰাজা মিত্ৰং কেন দৃষ্টং শ্ৰুতম্বা।" অৰ্থাৎ কাউৰীৰ পৱিত্ৰতা, জুৱাৰীৰ সত্যপৰায়ণতা, ভীৰুজনৰ বীৰত্ব, মদপীৰ ঈশ্বৰ চিন্তা, সাপৰ ক্ষমা, ৱনিতাসকলৰ লালসাৰ উপশম আৰু ৰজাৰ সৈতে মিত্ৰতা স্থাপন কৰা ইত্যাদি কামবোৰ কোনে ক'ত দেখিছে নাইবা কোনে শুনিছে। শাৰদানন্দই আকৌ কবলৈ ধৰিলে যে যিজন পুৰুষ ৰজাৰ ৰোষত পৰে সেইজন পুৰুষ পৱিত্ৰ হলেও সি অপৱিত্ৰ, পটু হলেও সি অপটু, শক্তিমান হলেও সি ভীৰু আৰু শ্ৰেষ্ঠ বংশজাত হলেও সি নীচ বুলি পৰিগণিত হয়। এনেকৈ খেদোক্তি কৰি থকা দেখি শাৰদানন্দৰ প্ৰতি মন্ত্ৰীৰ দয়া উপজিল। মন্ত্ৰীয়ে ভাবিবলৈ ধৰিলে যে শাৰদানন্দ অপৰাধী হওক বা অপৰাধী নহঁওকেই তেওঁ ৰাজ পুৰোহিত আৰু জাতত ব্ৰাহ্মণ বুলি সকলোৰে জনাজাত। শাস্ত্ৰত পোৱা যায় যে—"নবিষং ভক্ষয়েৎ প্ৰাজ্ঞোন ক্ৰীড়েৎ পন্নগৈঃ সহ। ন নিন্দেৎ যোগি বৃন্দানাং ব্ৰহ্মদ্বেষং ন কাৰয়েৎ॥" অৰ্থাৎ প্ৰাজ্ঞ-লোকসকলে কেতিয়াও বিষ ভক্ষণ নকৰে, সেইদৰে সৰ্পৰে সৈতে খেলা নকৰে, আৰু সাধু সন্ন্যাসী সকলক নিন্দা নকৰে, আৰু ব্ৰাহ্মণৰ বিদ্বেষ আচৰণ নকৰে। এনে স্থলত ব্ৰহ্ম বধ কৰাটো মন্ত্ৰীৰ পক্ষে সন্তুৰপৰ নহয়। তাৰ পিছত মন্ত্ৰীয়ে শাৰদানন্দক বৈশালী নগৰৰ পৰা ছদ্মবেশ ধাৰণ কৰি পলাই যাবলৈ কলে আৰু যথা সময়ত মন্ত্ৰীৰ আহ্বান পালে তেওঁ যেন আকৌ এই দেশতে ওলায়হি। মন্ত্ৰীৰ কথা মতে শাৰদানন্দই পলাই গ'ল আৰু মন্ত্ৰীয়ে আহি ৰজাক জনালে যে তেওঁ ৰজাৰ আদেশ মতে কাম সমধা কৰিছে। সেই কথা শুনি ৰজাই মন্ত্ৰীক প্ৰশংসা কৰিলে আৰু মন্ত্ৰীৰ পৰামৰ্শ লৈ ৰাজ্য শাসন কৰিব ধৰিলে। কিছুদিনৰ পাছত ৰাজকোঁৱৰ জয়পালে মন্ত্ৰীৰ পুতেক বুদ্ধি সাগৰৰ লগত মৃগয়া কৰিবলৈ যাবলৈ ওলাল। বুদ্ধি সাগৰে ৰজাৰ পুতেকক কলে হে সখি! যোৱা নিশা ভূমিকম্প হৈ গৈছে। তাতে আকৌ আজি দিন দুপৰতে শিয়ালবোৰে হুৱা দিব ধৰিছে। আকাশত বিনা মেঘে মেঘ গৰ্জন শুনা গৈছে। এনে অমঙ্গল অৱস্থাত

বন-বিহাৰলৈ যোৱাটো শুভ-লক্ষণ নহব। জয়পালে কলে যে সেইবোৰৰ প্ৰাকৃতিক অৱস্থাৰ প্ৰতি তেওঁৰ বিশ্বাস নাই। ইয়াকে কৈ কিছু সৈন্য সামন্ত লগতলৈ জয়পালে অকলে মৃগয়াৰ উদ্দেশ্যে বনলৈ যাত্ৰা কৰিলে। বনলৈ যোৱাৰ সময়তো বুদ্ধি সাগৰে জয়পালক কলে হে সখি তোমাৰ বিনাশ কাল উপস্থিত হৈছে। কিয়নো শাস্ত্ৰই কৈছে যে "নীতা ন কেনাপি ন দৃষ্টা পূৰ্ব্বা, ন শ্ৰুয়তে হেমময়ী কুৰঙ্গী। তথাপি তৃষ্ণা ৰঘুনন্দশস্য বিনাশ কালে বিপৰীতা বাদ্ধিঃ॥" অৰ্থাৎ কোনো ঠাইতে কোনেও কোনো কালতে সোণৰ হৰিণা দেখা পোৱা নাই, শুনাও নাই অথবা সোণৰ হৰিণা নিয়াও নাই, তথাপি ৰঘুনন্দন ৰাম চন্দ্ৰই বিপদৰ আসন্ন মূহুৰ্ত্তত সোণৰ হৰিণাৰ বাবে হেঁপাহ কৰি আহুকালৰ সম্মুখীন হৈছিল। গতিকে সাধুলোকে কয় যে বেশ্যা ৰমণীসকলৰ সদ্ভাৱ নাই, সম্পদৰ স্থিৰতা নাই, মূৰ্খসকলৰ বিবেক বিবেচনা নেথাকে, আৰু কৃত কৰ্মৰফল কেতিয়াও নোহোৱাকৈ নেথাকে। জয়পাল বুদ্ধি সাগৰৰ সকলো কথাকে আওকাণ কৰি বনলৈ গ'ল। তীব্ৰ বেগী ঘোঁৰাত যোৱা বাবে অতি সোনকালে বনত প্ৰৱেশ কৰিলে আৰু বহুটো পশু পক্ষী নিধন কৰিলে। লাহে লাহে বেলি পৰি আহিল। অৱশেষত জয়পালে এটি কৃষ্ণসাৰ মৃগৰ অনুসৰণ কৰি গভীৰ অৰণ্যত অকলে সোমাই পৰিল আৰু লগৰ সহচৰ সকলে এন্ধাৰ নামি অহা দেখি নগৰলৈ উভতি আহিল। ৰাজকোঁৱৰে কৃষ্ণসাৰ পহু মাৰিব নোৱাৰিলে। পিয়াহত আক্ৰান্ত হৈ পানীৰ অনুসন্ধান কৰিলত ওচৰতে এটা পদুম পুখুৰী পাই তাতে পানী খাবলৈ নামোতে ঘোঁৰাটোও নগৰমুখী হৈ পলাল। কোঁৱৰে পানী খাই সুস্থ অনুভৱ কৰিলেও ৰাতিৰ ভয়াবহতাই তেওঁৰ মন শংকিত কৰি তুলিলে। সেই সময়তে এটা প্ৰকাণ্ড বাঘ আহি ওলাল। ৰাজকুমাৰে মৰণত শৰণ দি ওচৰতে থকা এজোপা গছত উঠিল। সেই গছজোপাত আগৰে পৰা এটা ভালুক উঠি আছিল। ভালুকক দেখি কোঁৱৰে ভয়তে কঁপিবলৈ ধৰিলে। তেতিয়া ভালুকে মাত লগালে, সখি ভয় নকৰিবা, মই তোমাৰ সহায়



আছো। এনেদৰে গছৰ ওপৰত ৰাজ কোঁৱৰ আৰু ভালুকৰ এক প্ৰহৰ ৰাতি অতিবাহিত হ'ল। ৰাতি দুই প্ৰহৰ হোৱাত ৰাজ কোঁৱৰৰ টোপনি ধৰিলে। তাকে দেখি ভালুকে কলে— সখি, তুমি গছৰ পৰা পৰি যাবা। আহা, মোৰ কোলাত নিশ্চিন্ত মনেৰে টোপনি যোৱা। তেতিয়া ৰাজ কোঁৱৰে অনন্য উপায় হৈ ভালুকৰ কোলাত মূৰ থৈ শুই পৰিল। দোভাগ নিশা অন্ধকাৰত সেই প্ৰকাণ্ড বাঘটো আহি গছৰ তলত উপস্থিত হ'ল। ওপৰলৈ মূৰ তুলি চাই বাঘে মাত লগালে—হেৰ ভালুক। তই নেজাননে যে মানুহ তোৰ পৰম শত্ৰু। তাতে ই আকৌ অস্ত্ৰধাৰী চিকাৰী। ৰাতি পুৱালেই তোক মাৰি পেলাব। গতিকে এতিয়াই তই তাক গছৰ তলত পেলাই দে। মানুহজনক খাই মোৰ ভোক পলাও আৰু তইয়ো শত্ৰুহীন হবি। ভালুকে মাত লগালে—হেৰ বাঘ! ই শত্ৰুৱে হওঁক বা মিত্ৰই হওঁক বৰ্তমানত মোৰ আশ্ৰিত আৰু গভীৰ নিদ্ৰাত নিদ্ৰিত। ইয়াক মই তোৰ ওচৰত পেলাই দিব নোৱাৰো। শাস্ত্ৰত আছে যে—"বিশ্বাস ঘাটকাশ্চৈৰ শৰণাগত ঘাতকাঃ। ৱসন্তি নৰকে ঘোৰে যাৱদাহত সংপ্লৱম্॥" অৰ্থাৎ—যিসকল লোকে বিশ্বাসঘাতক কাম কৰে আৰু শৰণাশ্ৰিত জনক বধ কৰে সেইসকলে পৃথিৱীত প্ৰলয়কাল নোহোৱালৈকে ঘোৰ নৰকত বাস কৰিব লাগে। অলপ সময়ৰ বাবে বাঘ আঁতৰি গ'ল আৰু ৰাতি দুই প্ৰহৰৰ পিছত ৰাজ-কোঁৱৰ টোনিৰপৰা সাৰ পালে। তেতিয়া ভালুকে ক'লে হে সখি, তুমি সাৰে থাকা আৰু মই অলপ টোপনি যাওঁ। এই বুলি কৈ ভালুকে ৰাজকুমাৰৰ উৰুত মূৰ থৈ টোপনিত পৰিল। শেষ ৰাতি চাৰি পৰৰ সময়ত বাঘ আহি আকৌ সেই গছৰ তলত উপস্থিত হ'ল আৰু ৰজাৰ পুতেকক উদ্দেশ্য কৰি ক'লে— হেৰ মানুহ, তই শত্ৰু এটাক কিয় সহায় কৰিছ? তাৰ বিশ্বাস নাই। কাৰণ সাধু লোকে কয় যে, নদী, নখ, আৰু শিং থকা প্ৰাণী, অস্ত্ৰধাৰণকাৰী লোক, ৰাজকুল সেৱাকাৰীজনক আৰু স্ত্ৰী জাতিক বিশ্বাস কৰাটো

উচিত নহয় বুলি সেই কালত উল্লেখ কৰিছিল। শাস্ত্ৰত ইয়াকো কয় যে “ক্ষণং তুষ্টাঃ ক্ষণং ৰুষ্টা ৰুষ্টাস্তুষ্টা ক্ষণে ক্ষণে। অব্যৱস্থিতচিত্তানাং প্ৰসাদোহপি ভয়ংকৰঃ।” অৰ্থাৎ অলপতে সন্তুষ্ট হোৱা আৰু পিছ মুহূৰ্ত্ততে অসন্তুষ্ট হোৱা, সেইদৰে ক্ষণে ক্ষণে সন্তোষ আৰু অসন্তোষ প্ৰকাশ কৰা চঞ্চল চিত্তৰ প্ৰাণীসমূহৰ অনুগ্ৰহ লাভ কৰাটো জীৱনৰ সংশয়জনক হৈ উঠে। জন্তুবোৰ হিংস্ৰ প্ৰাণী তাতে ভালুক একেবাৰে অস্থিৰ। বাঘে ক’লে যে ভালুকে ৰাজকুমাৰক মাৰিবলৈকে বাঘৰ-পৰা তাক ৰক্ষা কৰি আছে। গতিকে ভালুকক তলত পেলাই দিলে সি (বাঘে) তাক (ভালুকক) মাৰি খাব আৰু ৰাজকুমাৰেও নিৰ্ভয়ে ঘৰলৈ উভটি যাব পাৰিব। ইত্যাদি বাঘৰ কথা শুনি ৰাজকুমাৰৰ মনত ভালুকৰ প্ৰতি ঘোৰ সন্দেহ উপজিল। কোঁৱৰে কিংকৰ্তব্যবিমূঢ় হৈ গছৰ তলত পেলাবলৈ বুলি ভালুকক এটা ঢকা মাৰি দিলে। ভালুকটো মাটিত নপৰিল, সি গছৰ আন এটা ডালত আশ্ৰয় কৰি ওলমি ৰ’ল। ভালুকক গছৰ ওপৰতে বৈ থকা দেখি ৰাজকোঁৱৰে ত্ৰাহি মধুসুদন সুঁৱৰি থৰহৰি কম্পমান হ’ল। ইপিনে ৰাতি পুৱাল। বাঘ হাবিত সোমাল। ভালুকে ৰজাৰ পুতেকক গালত এটা চৰ মাৰি ক’লে “সসেমিৰা”। এই অভিশাপ দি ভালুকে হাবিৰ মাজত তাৰ ঠাইলৈ গুচি গ’ল। ভালুকৰ মাৰ খাই ৰাজকোঁৱৰৰ মুখ বিবৰ্ণ হ’ল আৰু গছৰপৰা নামি আহি “সসেমিৰা সসেমিৰা” বুলি হাবিৰ মাজত চিঞৰি ঘূৰি ফুৰিবলৈ ধৰিলে। যি সময়ত ৰাজকোঁৱৰক বনৰ মাজত অকলে এৰি থৈ সৈন্যসকল আৰু ৰাজকোঁৱৰৰ ঘোঁৰাটো ৰাজধানীত ওলাইছিল তেতিয়াৰপৰা অন্তেষপুৰত হুৱা-দুৱা লাগি শোকৰ ছাঁ পৰিছিল। পিছদিনা ৰজাই মন্ত্ৰী আদি অমাত্য সকলক আহ্বান কৰি আনি ৰাজকোঁৱৰ জয়পালৰ অনুসন্ধান কৰাৰ বাবে পৰামৰ্শ কৰিলে আৰু কুমাৰ বনলৈ যোৱাৰ পথকে অনুসৰণ কৰি সসৈন্যে মন্ত্ৰীক লগত লৈ নন্দৰাজে বনত প্ৰৱেশ কৰিলে। অৱশেষত তেওঁলোকে “সসেমিৰা সসেমিৰা” বুলি ভূতৰ দৰে চিঞৰি চিঞৰি



বনৰ মাজত ঘূৰি থকা ৰাজপুত্ৰ জয়পালক দেখা পালে আৰু সযত্নে কুমাৰক ৰাজপুৰীলৈ আনিলে। কিন্তু ৰাজপুত্ৰৰ খোৱা বোৱা একো নাই কেৱল “সসেমিৰা” বুলি বাৰে বাৰে কৈ থাকে যি আষাৰ কথাৰ কোনোৱে একো অৰ্থ কৰিব নোৱাৰে আৰু ৰাজ কুমাৰো ভাল নহয়। সেই সময়তে ম্ৰিয়মানহৈ ৰজাই মন্ত্ৰীৰ আগত প্ৰকাশ কৰি কলে যে এই সময়ত ৰাজগুৰু শাৰদানন্দ থকা হেঁতেন তেওঁ নিশ্চয় কিবা এটা সমাধান কৰিব পাৰিলেহেঁতেন। (এইখিনিতে উল্লেখ কৰাটো ভাল যে সেই ছদ্মবেশী শাৰদানন্দকে কিছুমান পণ্ডিতে মহাকবি কালিদাস বুলি কব খোজে।) মন্ত্ৰীয়ে কলে মহাৰাজ! পৰীক্ষা নিৰীক্ষা নকৰাকৈ কোনো কামকে কৰাটো উচিত নহয় আৰু যাৰ যি হব লগা আছে তাৰ তেনে বুদ্ধিও উপজিবই। সেয়েহে সাধুসকলে কয়— “আশা সম্পদ্যতে বুদ্ধিঃ সা মতিঃ সা চভাৱনা। সহায়া স্তাদৃশা জ্ঞেয়া যাদৃশী ভৱিতব্যতা।” অৰ্থাৎ যাৰ যি ঘটিব লগা থাকে সেই সময়ত সেই লোকৰ মনত আশা, বুদ্ধি, জ্ঞান, চিন্তা আৰু আনৰপৰা লাভ কৰা সাহায্য আদিও হব লগা ঘটনাৰ অনুৰূপ হয় বুলি কোৱা হয়। ৰজাই কলে হে মন্ত্ৰীবৰ! ৰাজ্যত ঘোষণা কৰি দিয়া যে যিজন লোকে ৰাজ কুমাৰক আগৰদৰে স্বাস্থ্যবান কৰিব পাৰিব সেইজন লোকক এখন ৰাজ্য দান কৰা হব। মন্ত্ৰীয়ে যিবা আজ্ঞা মহাৰাজ, বুলি কৈ নিজৰ ঘৰলৈ গ’ল আৰু গোপনে শাৰদানন্দক মতাই আনি মন্ত্ৰীৰ ঘৰত দুয়োজনে পৰামৰ্শ কৰিলে। শাৰদানন্দই কলে মন্ত্ৰীবৰ! আপুনি ৰজাৰ আগত কওঁক যে আপোনাৰ সম্বন্ধীয়া এজনী কন্যা আছে আৰু তেওঁ বহু-দিন ধৰি শাৰদানন্দৰ ওচৰত বিদ্যা শিক্ষা লাভ কৰিছিল। তেওঁ ৰাজ কোঁৱৰক চিকিৎসা কৰিব। কিন্তু কন্যাজনী ৰাজধানীৰ পৰিবৰ্তে মন্ত্ৰীৰ ঘৰত থাকিব আৰু কোনো মানুহে যাতে তেওঁক (কন্যাজনীক) নেদেখে তাৰ ব্যৱস্থা হিছাপে এখন আঁৰ কাপোৰ আঁৰি ৰাখি তাৰ আঁৰৰ পৰাই সকলো কাম কৰা হব। ইয়াকো কলে যে আনকি ৰজাই নিজে সেই কন্যাজনীক চাব নোৱাৰিব। মন্ত্ৰীয়ে গৈ ৰজাৰ

আগত সকলো কথা বিবৰি ক'লে আৰু সেইমতে মন্ত্ৰীৰ ঘৰতে সকলো ব্যৱস্থাৰ আয়োজন কৰা হ'ল। পিছদিনাখন ৰজাই পাত্ৰ মিত্ৰ সমন্বিতে ৰাজ কোঁৱৰক লগত লৈ মন্ত্ৰীৰ বাস ভৱনত উপস্থিত হ'ল। সকলোৱে যথাস্থানত বহিল আৰু সকলোৱে আগত এখন আঁৰ কাপোৰ টনা হ'ল। একাষত বহি ৰাজ কুমাৰে সসেমিৰা বুলি বাৰে বাৰে গাই আছে। এনেতে কাপোৰৰ আঁৰৰ পৰা তিৰোতাৰ দৰে কণ্ঠস্বৰেৰে পদ্য এফাকি শুনা গ'ল, যে— "সৎভাৱ প্ৰতিপন্নানাং বঞ্চনে কা ৱিদগ্ধতা। অঙ্কমাৰুহ্য সুপ্তানাং হন্তুং কিং নাম পৌৰুষম্"॥ অৰ্থাৎ— সদ্‌ভাৱেৰে মিলিত হোৱা সুহৃদসকলক প্ৰবঞ্চনা কৰিলে কি নিপুণতা প্ৰকাশ পায়, যিজনে বিশ্বাস কৰি কোলাত শুই আছিল তাক বধ কৰিবলৈ যত্ন কৰিলে কি পুৰুষত্ব লাভ হয়? এই কথা শুনা মাত্ৰকে ৰাজকোঁৱৰে "স" আখৰটো বাদ দি "সেমিৰা-সেমিৰা" বুলি কবলৈ ধৰিলে। তেতিয়া কাপোৰৰ আঁৰৰ পৰা শুনা গ'ল যে— "সেতুংগত্বা সমুদ্ৰস্য গঙ্গা সাগৰ সঙ্গমম্। ব্ৰহ্মহত্যা প্ৰমুচ্যেত মিত্ৰদ্ৰোহী ন মুচ্যতে॥ অৰ্থাৎ সেতু বন্ধ ৰামেশ্বৰত নাইবা গঙ্গা সাগৰ সঙ্গমস্থল তীৰ্থস্থানত স্নান কৰিলে ব্ৰহ্মহত্যা পাপৰপৰা মানুহে মুক্তি লাভ কৰিব পাৰে বুলি কোৱা হয়। কিন্তু মিত্ৰদ্ৰোহীজনে কতো মুক্তি লাভ কৰাৰ কথা শুনা নেযায়। সেই কথা শুনাৰ পিছত ৰাজ কুমাৰে "সসে" আখৰ দুটা এৰি মাত্ৰ "মিৰা-মিৰা" কৰি থাকিবলৈ ধৰিলে। আকৌ আঁৰ কাপোৰৰ পিছৰপৰা শুনা গ'ল যে— "মিত্ৰদ্ৰোহী কৃতঘ্নশ্চ যশ্চ বিশ্বাস ঘাতক:। ত্ৰয়স্তে নৰকং যান্তি যাৱদ্ চন্দ্ৰ দিৱাকৰৌ"॥ অৰ্থাৎ মিত্ৰদ্ৰোহ আচৰণকাৰী, উপকাৰীজনৰ প্ৰতি বিদ্বেষকাৰী আৰু বিশ্বাসঘাতক এই তিনিওজন লোক চন্দ্ৰ দিৱাকৰ থাকে মানে নৰকগামী হয়। এই কথাষাৰ শুনাৰ পিছত ৰাজকুমাৰে "সসেমি" নকৈ কেৱল "ৰা-ৰা" কৰিব ধৰিলে। পুনৰাই কাপোৰৰ ভিতৰৰ পৰা শুনা গ'ল যে— "ৰাজন্ তব চ পুত্ৰস্য যদি কল্যাণমিচ্ছসি দেহিদানংদ্বিজাতিভ্যো দেৱতাৰাধনং কুৰু"॥ অৰ্থাৎ হে ৰজা! যদি তোমাৰ আৰু তোমাৰ পুতেৰাৰ কল্যাণ কামনা কৰা, তেতিয়া হলে



দ্বিজাতিসকলৰ উদ্দেশ্যে দান ধৰ্মৰ অনুষ্ঠান কৰা আৰু দেৱতাৰ সন্তুষ্টিৰ কাৰণে যজ্ঞ আদিৰ ব্যৱস্থা গ্ৰহণ কৰা। ইয়াকে শুনি ৰাজকুমাৰ সম্পূৰ্ণ সুস্থ হ'ল আৰু সকলোৰে আগত বনৰ ভিতৰত হোৱা বাঘ আৰু ভালুকৰ সমস্ত কথা বৰ্ণনা কৰিলে।

সেই কথা শুনি সকলোৱে আচৰিত হ'ল আৰু তেতিয়া ৰজাই কাপোৰৰ আঁৰত থকা কন্যাজনীৰ উদ্দেশ্যে কবলৈ ধৰিলে হে কুমাৰী! তুমি সদায় নগৰতেই বাস কৰা। কেতিয়াও বনলৈ যোৱা নাই। বন্য প্ৰাণী বাঘ আৰু ভালুকৰ কথানো কেনেকৈ জানিব পাৰিছা। এনেকৈ সুধিলত ছদ্মৱেশী শাৰদানন্দই কবলৈ ধৰিলে হে মহাৰাজ! "দেৱদ্বিজ প্ৰসাদেন জিহ্বাং ৱসতি সাৰদা। তেনাহমৱ গচ্ছামি ভানুমত্যা স্তিলং যথা"॥ অৰ্থাৎ দেৱতা আৰু দ্বিজসকলৰ অনুগ্ৰহৰ কাৰণে মুখত দেৱী সৰস্বতীয়ে সদায় বিৰাজমান আছে আৰু তাৰ নিমিত্তেই মই সকলো কথাকে কব পাৰো, যেনেকৈ ভানুমতীৰ অঙ্গৰ মৎস্য চিহ্নৰ কথা কোৱা হৈছিল। তেতিয়া সেই কন্যাজনী আচলতে ৰাজগুৰু "শাৰদানন্দ" বুলি জানি আঁৰ কাপোৰ গুচাই ৰজাই তেওঁৰ (শাৰদানন্দৰ) চৰণত দীঘল হৈ পৰি প্ৰণাম জনালে। তাৰ পিছত সকলোৱে ৰাজগুৰু জনক নমস্কাৰ জনালে। তেতিয়া নন্দৰাজে বহু বিদ্যা বুদ্ধি সম্পন্ন দেৱজ্ঞ মন্ত্ৰী বহুশ্ৰুতক প্ৰশংসা কৰিলে আৰু কলে যে বহুশ্ৰুতৰ বুদ্ধি আৰু কৌশলৰ কাৰণে শাৰদানন্দ আৰু ৰাজকুমাৰ জয়পালে পুনৰ্জ্জীৱন লাভ কৰিবলৈ সমৰ্থ হ'ল। ৰজাই আৰু কলে যে মন্ত্ৰীৰ কাৰণে তেওঁ বৰ্ত্তমান আৰু ভৱিষ্যত বিপদৰ পৰা ৰক্ষা পালে। গতিকে বহুশ্ৰুতৰ দৰে মন্ত্ৰী লাভ কৰাটো ৰজা আৰু প্ৰজা উভয়ৰে মঙ্গলজনক হয়। ভোজ ৰজাৰ মন্ত্ৰীয়ে বহুশ্ৰুতৰ উপাখ্যান কোৱাৰ পিছত আকৌ কলে হে মহাৰাজ! যি ৰজাই মন্ত্ৰীৰ কথা শুনে আৰু সেইমতে কাম কৰে সেই ৰজাজনে বহু কাল নিৰাপদে থাকে আৰু সুখেৰে ৰাজ্য শাসন কৰিবলৈ সমৰ্থৱান হয়।

— — —

# অপেশ্বৰী—১

বহুশ্ৰুতৰ কাহিনী শুনাৰ পিছত ৰজা ভোজে মন্ত্ৰীক প্ৰশংসাৰ বাণী শুনাই দিব্যবস্ত্ৰ আদিৰে সংকাৰ কৰি সেই সিংহাসনখন ৰাজধানীৰ ভিতৰলৈ নি নানা চিত্ৰ বিচিত্ৰস্তম্ভ বিশিষ্ট মনোৰম মণ্ডপ এটা নিৰ্মাণ কৰালে। তাৰ পিছত এদিন শুভক্ষণ চাই দেৱতাৰ অৰ্চনা আদি কৰি বত্ৰিশজনী অপেশ্বৰী যুক্ত ৰম্য সিংহাসনখন মণ্ডপৰ ওপৰত প্ৰতিষ্ঠা কৰাৰ পিছত ৰজাই চাৰিও বৰ্ণৰ প্ৰজাসকলক দান দক্ষিণাৰ দ্বাৰা সন্তুষ্ট কৰিছিল। তাৰ পিছত প্ৰজাসকলৰ জয়ধ্বনিৰ মাজত ছত্ৰ-ছামৰ ধাৰী সকলৰ দ্বাৰা পৰিবেষ্টিতহৈ যেতিয়া ৰজাই সিংহাসনত আৰোহণ কৰাৰ মানসেৰে প্ৰথমজনী অপেশ্বৰী কন্যাৰ মূৰত ভৰি দিছিল তেতিয়া সেই কন্যাই মানুহৰ দৰে মাত লগাই কবলৈ ধৰিলে হে মহাৰাজ! যদি ৰজা বিক্ৰমাদিত্যৰ দৰে শৌৰ্য্য, ঔদাৰ্য্য আৰু ধৈৰ্য্য আদি গুণবোৰ আপোনাৰ আছে, তেতিয়া হ'লে এই সিংহাসনত উপৱেশন ক'ৰক। তাকে শুনি ৰজাই কলে হে অপেশ্বৰী! তুমি কোৱা ঔদাৰ্য্য আদি সমস্ত গুণবোৰ মোৰ বিদ্যমান আছে। মোৰ সেই গুণবোৰ নাই বুলি তুমি ভাবিছা নেকি? ৰজাই কবলৈ ধৰিলে যে তেওঁ যথা সময়ত সকলো মানুহকে আৱশ্যক অনুসৰি দান কৰে, যিসকল লোকৰ অন্ন-বস্ত্ৰৰ অভাৱ সেইসকলক ভাত কাপোৰ দি সহায় কৰে। অইন কি নিৰাশ্ৰয় সফলৰ বাবে অতিথিশালা বন্ধাই দিয়াকে আদি কৰি নিজৰ গৌৰৱৰ কথা নিজেই প্ৰকাশ কৰিলে। তাকে শুনি অপেশ্বৰীয়ে ক'লে হে মহাৰাজ! আপুনি যে নিজমুখে আপোনাৰ গুণ কীৰ্ত্তন কৰিছে সেইটো উচিত হোৱা নাই। যিজনে আত্মগুণৰ প্ৰশংসা কৰে সেইজন দুৰ্জনহে। যি মানুহ সৎ প্ৰকৃতিৰ নহয় সেইজনেহে নিজৰ গৌৰৱৰ কথা নিজেই প্ৰকাশ কৰে আৰু আন মানুহৰ



দোষৰ কথা সদায় উল্লেখ কৰে। সজ্জন লোকে কোনো সময়তে নিজ গুণৰ কথা আৰু পৰজনৰ দোষৰ কথা উত্থাপন নকৰে। শাস্ত্ৰত কৈছে যে— "আয়ুৰ্ব্বিত্তং গৃহচ্ছিদ্ৰং মন্ত্ৰ মৌষধ সঙ্গমে। দানা মানাপমা নঞ্চ নৱ গোপ্যানি সৰ্ব্বদা॥" অৰ্থাৎ পৰমায়ু-ধন-নিজৰ ঘৰৰ দোষ মন্ত্ৰ-ঔষধ-সঙ্গম-দান-মান আৰু অপমান এই নটাৰ বিষয়ে গোপনীয়তা অৱলম্বন কৰাটো কৰ্ত্তব্য। এতেকে আপোনাৰ গুণৰ কথা আপুনি নিজে প্ৰকাশ কৰাটো উচিত হোৱা নাই। সেই কথা শুনি ৰজা ভোজে কলে যে অপেশ্বৰীয়ে কোৱা কথাবোৰ যথাৰ্থতে সত্য। ৰজাই নিজৰ গৌৰৱ কৰাটো নীচ লোকৰ পৰিচায়ক হৈছে। কিন্তু এই সিংহাসনৰ অধিকাৰী ৰজা বিক্ৰমাদিত্যৰ যশস্যাৰ কথা ৰজাই অপেশ্বৰীক কবলৈ কলে। তেতিয়া অপেশ্বৰীয়ে কলে যে ৰজা বিক্ৰমাদিত্যই সকলো আৰ্থীজনৰ মনোৰথ পূৰ্ণ কৰিছিল। তেওঁক যদি কোনোৱে শত মুদ্ৰা খুজিছিল তেনেহলে তেও তাক সহস্ৰ মুদ্ৰা দান কৰিছিল। যদি আপোনাৰো তেনে গুণ আছে তেনেহলে এই সিংহাসনত আৰোহণ কৰক। অপেশ্বৰীৰ কথা শুনি ৰজাই মৌন হৈ ৰৈ থাকিল। (বত্ৰিশজনী অপেশ্বৰী শাপভ্ৰষ্টা বত্ৰিশজনী দেৱতাৰ জীয়ৰী অপেশ্বৰী ৰূপে ইন্দ্ৰৰ সিংহাসনত সংলগ্ন হৈ আছিল। সেই কাৰণে মানুহৰ দৰে কথা ক'ব পাৰিছিল। এই বিষয়ে পিছত উল্লেখ কৰা হৈছে।)

---

# অপেস্বৰী—২

পুনৰায় ৰজা ভোজে সিংহাসনত আৰোহণ কৰিব বুলি দ্বিতীয়-জনী অপেস্বৰীৰ মূৰ্ত্ত ভৰি দি থিয় হ'ল। তেতিয়া সেইজনীয়ে মাত লগাই ক'লে, হে ৰজা! যদি বিক্ৰমাদিত্যৰ নিচিনা আপোনাৰ বীৰত্ব, উদাৰতা আৰু ধৈৰ্য্য অৱলম্বন কৰিব পৰা গুণবোৰ আছে তেনেহ'লে এই সিংহাসনত বহক। ভোজৰাজে ক'লে—হে কন্যা! তুমি বিক্ৰমাদিত্যৰ ধৈৰ্য্য আদি গুণসমূহ বৰ্ণনা কৰা। তেনেহ'লে আপুনি মন পুটি শুনক বুলি ৰজাক কৈ অপেস্বৰীয়ে ক'বলৈ ধৰিলে। বিক্ৰমাদিত্যৰ ৰাজত্ব কালত এদিনাখন ৰজাই দূতসকলক মাতি আনি ক'লে যে তোমালোকৰ ভিতৰৰপৰা যিজনে নানা দেশ ভ্ৰমণ কৰি কোনো এখন কৌতুহলজনক ঠাই নাইবা বিশেষ এখন তীৰ্থস্থান দৰ্শন কৰি তাৰ বিষয়ে মোক (ৰজাক) জনালে সেইজনক পুৰস্কাৰেৰে সন্মান জনোৱা হ'ব। এনেকৈ কোৱাত এজন দূতে বহুতো দেশ-বিদেশ পৰিভ্ৰমণ কৰাৰ পিছত ঘূৰি আহি ৰজাক জনালে যে চিত্ৰকূট নামেৰে জনাজাত পৰ্বত এখনৰ ওপৰত নানা তৰুহৰ ফল পুষ্পৰে সুশোভিত ৰমণীয় এখন তপোবন আছে আৰু তাৰ ওপৰতে এখন দেৱালয়ো আছে। তাতে পৰ্বতৰ সুউচ্চ শিখৰৰপৰা সমভূমিলৈ এটা জলপ্ৰবাহ বৈ আছে। সেই জলধাৰাত স্নান কৰিলে সমস্ত মহাপাপ বিনাশ প্ৰাপ্ত হয়। যি মহাপাপীয়ে সেই পানীত ডুব দিয়ে সেই পাপী লোকজনৰ শৰীৰৰপৰা ক'লা বৰণৰ পানী বাহিৰ হয়। আকৌ সেই ঠাইত কোনো এজন ব্ৰাহ্মণে সদায় যজ্ঞ কৰ্মৰ অনুষ্ঠান কৰি আছে। তেওঁ কেতিয়াৰপৰা তাতে যজ্ঞ কৰি আছে কোনেও নেজানে। সেই যজ্ঞৰ ওচৰত যজ্ঞ-ভস্মৰ দ্বাৰা পৰ্বতপ্ৰমাণ এটা দ'ম হৈ আছে। সেই যজ্ঞকাৰীজনে কোনো মানুহৰ লগত কথা নকয়। তেনে এখন



অপূৰ্ব ঠাই দৰ্শন কৰি আহি দূতে ৰজাৰ আগত নিবেদন কৰিলে। আগতে নেদেখা ঠাইখনৰ কথা শুনি ৰজাই দূতজনৰ লগত সেই ঠাই খনলৈ গ'ল। ৰজা বিক্ৰমাদিত্যই তপোবনত উপস্থিত হৈ মুগ্ধ হ'ল আৰু সেই আকাশী গংগাত স্নান কৰি পবিত্ৰ মনেৰে দেৱালয় প্ৰদৰ্শন কৰাৰ পিছত যজ্ঞকাৰী ব্ৰাহ্মণক দৰ্শন কৰিবলৈ গ'ল। ৰজাই ব্ৰাহ্মণক সুধিলে, হে দ্বিজবৰ! আপুনি কেতিয়াৰপৰা ইয়াত যজ্ঞ অনুষ্ঠান কৰিছে? উত্তৰত ব্ৰাহ্মণে ক'লে যে যি সময়ত সপ্তৰ্ষি মণ্ডল ৰেৱতী নক্ষত্ৰৰ প্ৰথম চৰণত অৱস্থান কৰিছিল সেই সময়ৰ-পৰাই এই যজ্ঞৰ আৰম্ভ হৈছে আৰু বৰ্তমানত সপ্তৰ্ষি মণ্ডল অশ্বিনী নক্ষত্ৰত প্ৰবেশ কৰিছে। গতিকে যজ্ঞ প্ৰতিষ্ঠা কৰাৰপৰা এশ বছৰ সম্পূৰ্ণ হ'ল। কিন্তু যজ্ঞ দেৱতাই ব্ৰাহ্মণক দেখা নিদিয়া বুলি ৰজাক জনালে। বিক্ৰমাদিত্যই ব্ৰাহ্মণৰ প্ৰতি দয়াপৰ বশ হৈ যজ্ঞস্থলিত ৰজাই নিজেই দেৱতাৰ স্তৱ-স্তুতি আদি পাঠ কৰিলে আৰু অৱশেষত যজ্ঞৰ আহুতিও প্ৰদান কৰিলে। তথাপিতো যজ্ঞ দেৱতাৰ দৰ্শন লাভ কৰিব নোৱাৰিলে। তাৰ পিছত ৰজাই যজ্ঞত আত্মাহুতি দিবলৈ মনস্থ কৰিলে আৰু ইষ্ট দেৱতাক স্মৰণ কৰি লৈ ওপৰলৈ হাত দুখন তুলি যজ্ঞকুণ্ডত জপিয়াই পৰিবলৈ উদ্যত হ'ল তেতিয়াই এটি নাৰী মূৰ্তিৰ আৱিৰ্ভাৱ হ'ল আৰু ৰজাক ক'লে, হে ৰজা! ক্ষান্ত হোৱা, তোমাক কি বৰ লাগে লোৱা। ৰজাই ক'লে হে দেৱী! এই ব্ৰাহ্মণে বহুকাল যজ্ঞ কৰাৰ পিছতো আপুনি দেখা দিয়া নাই আৰু এতিয়া আপুনি দেখা দিলে, ইয়াৰ কাৰণেইবা কি? দেৱীয়ে ক'লে হে মহাৰাজ, এই ব্ৰাহ্মণে তেওঁৰ মনত কামনা-বাসনা একোকে নেৰাখি কেৱল যজ্ঞৰ কাৰণেই যজ্ঞ কৰিছে আৰু ব্ৰাহ্মণৰ যজ্ঞকৰ্ম সিদ্ধ হৈছে। গতিকে তাৰবাবে কোনো দেৱতা আহি তেওঁৰ আগত দেখা দিয়াৰ প্ৰশ্ন হ'ব নোৱাৰে। কাৰণ মানুহ এজনক নাম ধৰি মাত লগালেহে তেওঁ আহি উপস্থিত হয়। জগতত যিবোৰ দেৱতাৰ আকৃতিস্বৰূপ কাঠৰ নাইবা পাষাণ প্ৰতিমা অথবা মাটিৰ প্ৰতিমূৰ্তি

দেখা যায় সেইবোৰত দেৱতা নেথাকে । যেতিয়া সেই প্ৰতিমাবোৰত একাগ্ৰতা ভাৱৰ উদয় হয় তেতিয়াহে সেইবোৰত দেৱতা প্ৰতিষ্ঠিত হয় । শাস্ত্ৰত পোৱা যায় যে—"মন্ত্ৰে তীৰ্থে দ্বিজে দেৱে দৈৱজ্ঞে ভেষজে গুৰৌ । যাদৃশী ভাৱনা যস্য সিদ্ধিৰ্ভৱতি তাদৃশী ॥" অৰ্থাৎ মন্ত্ৰ, তীৰ্থ-স্থল, দ্বিজ, দেৱতা, দৈৱবেত্তা-বনৌষধি আৰু গুৰুজন আদিৰ ওপৰত যাৰ যেনে ভাৱনা হয় তেওঁৰ তেনেকুৱা সিদ্ধি লাভ হয় বুলি কয়। তাৰ পিছত ৰজাই ক'লে যে দেৱীয়ে যদি ৰজাৰ ওপৰত সন্তুষ্ট হৈছে তেতিয়াহ'লে ব্ৰাহ্মণৰ মনোৰথ পূৰণ কৰক । এই কথা শুনি দেৱীয়ে ৰজাক প্ৰশংসা কৰি ক'বলৈ ধৰিলে যে পৰৰ উপকাৰৰ কাৰণেই গছবোৰত ফলৰ সৃষ্টি হয়, নদীবোৰ বৈ আছে, গৰু গাই-বোৰৰপৰা গাখীৰ খিৱোৱা হয় আৰু মানৱ শৰীৰৰদ্বাৰা পৰৰ উপকাৰ কৰাটো কৰ্তব্য । আকৌ ক'লে যে "ছায়ামন্যস্য কুৰ্বন্তি স্বয়ং তিষ্ঠন্তি চাতপে। ফলন্তি হি পৰাৰ্থে চ সত্যমেতৎ মহাদ্ৰুমাঃ ॥" অৰ্থাৎ মহৎ বৃক্ষবোৰ ৰ'দতে থাকি আন প্ৰাণীসকলক ছায়া দান কৰে আৰু আনৰ বাবে ফল ধাৰণ কৰে । সেইদৰে ৰজাইও ব্ৰাহ্মণৰ উপকাৰৰ কাৰণে দেৱীৰ ওচৰত প্ৰাৰ্থনা কৰিছে । দেৱীয়ে ব্ৰাহ্মণৰ সিদ্ধি লাভ হওঁক বুলি অন্তৰ্দ্ধান হ'ল। তাৰ পিছত ৰজাই নিজ নগৰলৈ আহি দূতক পুৰস্কাৰ দি সন্তুষ্ট কৰিলে । অপেস্বৰীয়ে ক'লে, হে ৰজা! যদি ৰজা বিক্ৰমাদিত্যৰ দৰে আপোনাৰ ধৈৰ্য্য-গুণ আছে তেতিয়াহ'লে এই সিংহাসনত উপবেশন কৰক । তাকে শুনি ৰজা ভোজ মৌন ভাৱে থাকিল ।

# অপেস্বৰী—৩

তাৰ পিছত আগৰ দৰেই ভোজ ৰজাই সিংহাসনত বহিবলৈ মন কৰি যেতিয়া অপেস্বৰীৰ মূৰত ভৰি দিছিল তেতিয়া অপেস্বৰী জনীয়ে মাত লগালে--হে মহাৰাজ! যিজনৰ ৰজা বিক্ৰমাদিত্যৰ নিচিনা ঔদাৰ্য্য আদি গুণ বিদ্যমান আছে সেইজনেহে এইখন সিংহাসনত বহিবৰ উপযুক্ত। ৰজাই ক'লে, হে অপেস্বৰী! বিক্ৰমাদিত্য ৰজাৰ ঔদাৰ্য্য গুণৰ বৃত্তান্ত বৰ্ণনা কৰা। তেতিয়া অপেস্বৰীয়ে ক'বলৈ ধৰিলে যে—ৰজা বিক্ৰমাদিত্য সদৃশ মহান পুৰুষ ভূমণ্ডলত নাই । তেওঁৰ মনত আপোনপৰ এনে বিকল্প ভাৱ নাছিল । কথিত আছে যে—"অয়ং নিজো পৰোৱেতি গণনা লঘুচেতসাম্ । উদাৰ চৰিতানাং তু বসুধৈৱ কুটুম্বকম্ ॥" অৰ্থাৎ ভ্ৰান্ত চিত্ত মানুহৰ মনত এওঁ আপোন "এইজন পৰ" এনে ভাৱৰ উদয় হয়, কিন্তু যি লোকৰ মন উদাৰ হয় তেওঁ জগতৰ সকলোকে আত্মীয় বুলি গণ্য কৰে । ৰজা বিক্ৰমাদিত্য সাহস, উদ্যম আৰু ধৈৰ্য্য আদি শ্ৰেষ্ঠ গুণবোৰৰ অধিকাৰী আছিল কাৰণেই ইন্দ্ৰপ্ৰমুখ দেৱতা সকলেও তেওঁক সকলোতে সহায় কৰিছিল । উক্তি আছে যে— "উদ্যমঃ সাহসং ধৈৰ্য্যং শক্তিৰ্বুদ্ধি পৰাক্ৰমঃ । ষড়েতে যস্য তিষ্টন্তি তস্য দেৱোহপি শঙ্কতে" ॥ অৰ্থাৎ— যিজন লোকৰ উদ্যম, সাহস, ধৈৰ্য্য, শক্তি, বুদ্ধি আৰু পৰাক্ৰম থাকে সেইজন লোকক দেৱতাই ভয় কৰি চলে । যিজন মানুহে আনৰ মনোৰথ পূৰ্ণ কৰে দেৱতা সকলেও সেইজনক সকলো বিষয়তে সমৃদ্ধ কৰি তুলিবলৈ ইচ্ছা কৰে। যি ব্যক্তি উৎসাহ সম্পন্ন, অদীৰ্ঘসূত্ৰী, কাৰ্যৰ প্ৰতি-বিধানত সচেতন, বিপদৰ সময়তো অনাসক্ত, বীৰ আৰু কৰ্ত্তব্য পৰায়ণ

আৰু দৃঢ় চিত্তৰ হয়, সেইজনৰ লগত লক্ষ্মী দেৱীও বাস কৰিবলৈ ইচ্ছা কৰে। এদিনাখন ৰজা বিক্ৰমাদিত্যই মনতে ভাবিলে যে সংসাৰখন অসাৰ আৰু অনিত্য। কোন সময়ত কাৰ কি ঘটনা ঘটে তাক জনা নাযায়। গতিকে নিজ উপাৰ্জিত ধন দান আৰু ভোগ নকৰিলে ধনৰ কোনো ৰূপ সাৰ্থকতা লাভ নহয়। সৎ উদ্দেশ্য আৰু সৎ পাত্ৰত দান কৰাটোৱে ধনৰ একমাত্ৰ সুফল বুলি কোৱা হয়। প্ৰবাদ আছে যে দান-ভোগ আৰু নাশ এই তিনি প্ৰকাৰৰ ধনৰ গতি হয়। যিসকলে ধন দান নিদিয়ে নাইবা ভোগো নকৰে সেই সকলৰ ওচৰত বিস্তৰ ধন থাকিলেও সেই ধন তেওঁলোকৰ সদায় নাথাকে। ধন এনে এবিধ বস্তু যি বতাহত আক্ৰান্ত হোৱা দ্বিপশিখাৰ দৰে চঞ্চল। ইত্যাদি বহু কথা ভাবি বিক্ৰমাদিত্যই "সৰ্বস্ব দক্ষিণা" নামৰ এটা যজ্ঞ কৰিবলৈ মনস্থ কৰি এখন যজ্ঞশালা ৰচনা কৰাৰ কাৰণে শিল্পীসকলক আদেশ কৰিলে। শিল্পীসকলেও মনোৰম কাৰু-কাৰ্যৰে এখন বিতোপন যজ্ঞ ৱেদী নিৰ্মান কৰি দিলে। যজ্ঞলৈ ঋষি-মুনি দেৱতা গন্ধৰ্ব যক্ষ-ৰক্ষ আদি সকলোকে নিমন্ত্ৰণ জনালে। অৱশেষত সমুদ্ৰ দেৱতাক নিমন্ত্ৰণ জনাবলৈ এজন ব্ৰাহ্মণক সমুদ্ৰ তীৰলৈ পঠালে। ব্ৰাহ্মণে সাগৰৰ পাৰলৈ গৈ পানীত পুষ্প অৰ্ঘ্য প্ৰদান কৰি কিছু সময় তাতে বৈ আছে কিন্তু সাগৰ দেৱতাৰ দেখা দেখি নাই। ব্ৰাহ্মণে ৱিমৰ্ষ মনেৰে তাৰ পৰা উভতি অহাৰ সময়ত সাগৰৰ মাজৰপৰা এজন দিব্য পুৰুষ হাতত চাৰিটা ৰত্নলৈ পাৰলৈ উঠি আহি ব্ৰাহ্মণক কলে— হে ব্ৰাহ্মণ! মই নিমন্ত্ৰণ গ্ৰহণ কৰিছো। এই ৰত্ন চাৰিটা ৰজাক দান দিবলৈ আগ বঢ়োৱা হ'ল। লগতে সমুদ্ৰ দেৱতাই ৰত্ন চাৰিটাৰ গুণৰ কথা ব্ৰাহ্মণৰ আগত প্ৰকাশ কৰি কবলৈ ধৰিলে যে— প্ৰথম ৰত্নটোৰ দ্বাৰা যি বস্তুৰ স্মৰণ কৰা হয় সেই বস্তুৱেই লাভ হয়। দ্বিতীয় ৰত্নই অমৃত সমান ভোজনৰ দ্ৰব্য সামগ্ৰী প্ৰদান কৰে। তৃতীয় ৰত্নই হাতী ঘোঁৰা চতুৰঙ্গ সৈন্য সামন্ত উৎপন্ন কৰে। চতুৰ্থ ৰত্নই নানা প্ৰকাৰৰ দিব্য বস্ত্ৰ, ভূষণ অলংকাৰ আদি জন্মায়।



সমুদ্ৰ দেৱতাই সেই ৰত্ন চাৰিটা বিক্ৰমাদিত্য ৰজাৰ বন্ধুৰ স্মৃতি চিহ্ন হিছাপে দান কৰিবলৈ দি কলে যে প্ৰকৃত বন্ধুজনৰ পৰা দূৰৈত থাকিলে সম্ভাৱ নাইকিয়া হব আৰু সমীপবৰ্ত্তী বন্ধুজনৰ সৈতে প্ৰীতি-ভাৱ বৃদ্ধি হয় বুলি কেতিয়াও ধৰি লব নেলাগে। কাৰণ এই বিষয়ে জনা যায় যে— যিজনৰ অন্তৰত যিজন বন্ধুৰ প্ৰতি প্ৰীতিভাৱ বিৰাজমান আছে সেই বন্ধুজন দূৰৈত থাকিলেও তাৰ দ্বাৰা মনৰপৰা সৎভাৱ আতৰি নাযায়। আকৌ প্ৰীতিভাৱ নথকা বন্ধুজন ওচৰতে থাকিলেও তেওঁৰ প্ৰতি মনত নপৰাটোৱেই স্বাভাৱিক। উক্তি আছে যে— "দদাতি প্ৰতি গৃহ্ণাতি গুহ্য মাখ্যাতি পৃচ্ছতি। ভুঙ্ক্তে ভোজয়তে চৈৱ ষড়গুণং প্ৰীতি লক্ষণম্॥" অৰ্থাৎ দান আৰু প্ৰতিদানৰ আদান প্ৰদান কৰা, গোপনীয় কথা প্ৰকাশ কৰা আৰু গোপনীয় পৰামৰ্শ লোৱা আৰু ভোজন আৰু প্ৰতি ভোজনৰ দ্বাৰা আপ্যায়িত কৰাকে আদিকৰি ছয় প্ৰকাৰৰ প্ৰীতি লক্ষণ বুলি কোৱা হয়। ইয়াকে কৈ সমুদ্ৰদেৱতাই বন্ধুৰ স্মৃতি স্বৰূপ ৰত্ন চাৰিটা ব্ৰাহ্মণৰ হাতত দিলে আৰু কলে যে সমুদ্ৰদেৱে ৰজাৰ যজ্ঞত উপস্থিত থাকিব নোৱাৰিব। ব্ৰাহ্মণে ৰত্ন চাৰিটা লৈ যেতিয়া বিক্ৰমাদিত্যৰ যজ্ঞস্থলী পালে তেতিয়া যজ্ঞ সমধা হৈ গৈছে! তথাপি সমুদ্ৰদেৱে দিয়া ৰত্ন চাৰিটাৰ গুণৰ কথা বৰ্ণনা কৰি, সেইকেটা ৰজাক অৰ্পণ কৰিলে। ৰজাই সেই ৰত্ন কেইটাৰ ভিতৰত যিটো আৱশ্যক বুলি ভাৱে সেই-টোকে ব্ৰাহ্মণক দান হিছাপে আগ বঢ়ালে। তেতিয়া ব্ৰাহ্মণে কলে যে তেওঁ ঘৰলৈ গৈ তেওঁৰ ভাৰ্য্যা পুত্ৰ পুত্ৰবধূ আদিক সুধি আহি এটা ৰত্ন গ্ৰহণ কৰিব। তাৰ পাছত ব্ৰাহ্মণে ঘৰত উপস্থিত হৈ পৰিয়ালবৰ্গক সকলো কথা জনালে আৰু প্ৰথমতে ব্ৰাহ্মণ পুত্ৰৰ মনৰ ভাৱ প্ৰকাশ কৰিলে যে যি ৰত্নৰ দ্বাৰা হাতী ঘোঁৰা চতুৰঙ্গদল পোৱা যায় সেই ৰত্ন গ্ৰহণ কৰিব লাগে। কাৰণ তেতিয়া হ'লে ব্ৰাহ্মণপুত্ৰই ৰজাৰ দৰে ৰাজত্ব চলাই থাকিব পাৰিব। ব্ৰাহ্মণে কলে যিহেতু ধনৰ দ্বাৰা সকলো বস্তুকে পাব পাৰি সেই হেতুকে ধন দানকাৰী

ৰত্ন গ্ৰহণ কৰা উচিত। ৰাজত্বই অনৰ্থ ঘটায়। কাৰণ ৰাম চন্দ্ৰৰ বনবাস, বলি ৰজাৰ পাতলপুৰত বসতি, পঞ্চ পাণ্ডৱৰ বনগমন, নল ৰজাৰ ৰাজ্য ধ্বংস আৰু যদুকুল নাশ হোৱা আদি বিড়ম্বনাসমূহ ৰাজ্যৰ কাৰণেই ঘটিছিল। গতিকে ধনদাতা ৰত্ন লোৱাটোৱেই বুদ্ধিমানৰ কাম হব। ব্ৰাহ্মণীয়ে মাত লগালে আৰু কলে যে তেওঁ ৰান্ধনী ঘৰত সোমাই ইটো সিটো বস্তুৰ কাৰণে সদায় খেছ-খেছনি কৰি থাকিব লগা হয়। গতিকে যিটো ৰত্নই খাদ্য সামগ্ৰী উৎপন্ন কৰে সেইটোকে গ্ৰহণ কৰা হওক। তাকে শুনি ব্ৰাহ্মণৰ বোৱাৰীয়েকে মাত লগাই কলে যে যিটো ৰত্নই দিব্য বস্ত্ৰ, দিব্য অলংকাৰ, বহুমূলীয়া মনি-মুকুতাৰ সৃষ্টি কৰে তাকেই গ্ৰহণ কৰাটো ভাল হ'ব। এইদৰে চাৰিও-জনৰ মতভেদ হোৱাত একো সিদ্ধান্ত ল'ব নোৱাৰি ব্ৰাহ্মণে বিষাদ মনেৰে আহি সমস্ত কথা ৰজাৰ আগত নিবেদন কৰিলে। সেই কথা শুনি ৰজা বিক্ৰমাদিত্যই দৰিদ্ৰ ব্ৰাহ্মণৰ প্ৰতি দয়া পৰবশ হৈ সেই চাৰিওটা ৰত্নকে ব্ৰাহ্মণক দান দিলে। অপেস্বৰীয়ে কলে হে মহাৰাজ? যদি আপোনাৰো তেনে ঔদাৰ্য্যতা থাকে তেনেহ'লে এই সিংহাসনত বহক। উক্তি আছে যে— "চম্পকেযু যথাগন্ধঃ কান্তিৰ্ম্মুক্তা ফলেযুচ। যথেক্ষুদণ্ডে মাধুৰ্য্যং ঔদাৰ্য্যংসহজং তথা।" অৰ্থাৎ চম্পক ফুলৰ গোন্ধ, মুক্তা ফলৰ কান্তি, কুহিয়াৰৰ মধুৰতাৰ দৰে ঔদাৰ্য্য এটা সাহজিক গুণ। ই ঔপাধিক নহয়। তাকে শুনি ৰজাই মনে মনে থাকিল।

---

# অপেস্বৰী—৪

ৰজা ভোজে সিংহাসনত বহিবলৈ গৈ অপেস্বৰীজনীৰ মূৰত ভৰি দিছিল। সেই অপেস্বৰীজনীয়ে মাত লগাইছিল আৰু কৈছিল যে ৰজা বিক্ৰাদিত্যৰ ৰাজত্ব কালত এজন ব্ৰাহ্মণ অপুত্ৰক আছিল। এদিন সেই ব্ৰাহ্মণৰ ব্ৰাহ্মণীয়ে ব্ৰাহ্মণক কৈছিল—হে প্ৰাণেশ্বৰ! পুত্ৰ ব্যতিৰকে গৃহস্থৰ মনত শান্তি নহয় বুলি স্মৃতিশাস্ত্ৰই কয়। গৃহীজনে পুত্ৰৰ মুখ দৰ্শন কৰি পিছত বৈৰাগ্য অৱলম্বন কৰে। শাস্ত্ৰত পোৱা যায় যে "শৰ্বৰী দীপকশ্চন্দ্ৰঃ প্ৰভাতে দীপকো ৰবিঃ। ত্ৰৈলোক্য দীপকো ধৰ্মঃ সৎ পুত্ৰ কুল দীপকঃ॥" অৰ্থাৎ এন্ধাৰ ৰাতিক চন্দ্ৰই পোহৰ কৰে, ৰাতিপুৱা সূৰ্য্যই পোহৰ কৰে, ত্ৰিলোকক ধৰ্মই পোহৰ কৰে সেইদৰে সৎপুত্ৰই বংশ এটাক উজ্জ্বল কৰে। আকৌ মাতংগ (মত্তহাতী) গজমুক্তাৰ দ্বাৰা শোভা পায়, পানী শোভা পায় পদুম ফুলৰ দ্বাৰা, নিত্য উৎসৱ পালনৰপৰা দেৱমন্দিৰ শোভাযুক্ত হয় শুদ্ধ মাত-কথা ব্যাকৰণৰ দ্বাৰা সুশ্ৰাব্য হয়, ৰাজহংস উমলি থাকিলে যোৱ পুখুৰী অতি শুৱনি হয়, পণ্ডিতৰ সমাগমৰপৰা সভাস্থলী আকৰ্ষণীয় হয় আৰু সূৰ্য্যৰদ্বাৰা সমস্ত ত্ৰিভূবন দীপ্তিমান হৈ উঠাৰ দৰে সৎ পুত্ৰৰদ্বাৰা নিজৰ বংশ মৰ্য্যদাই প্ৰসাৰতা লাভ কৰে। ব্ৰাহ্মণে ক'লে হে প্ৰিয়ে! যশস্যা আৰু সৎ পুত্ৰ লাভ কৰাটো কঠিন কাম। যিজনে ভক্তিভাৱে ভৱানী বল্লভ শিৱৰ প্ৰতি অচলা ভক্তি ৰাখিব পাৰে—সেইজনেহে সংসাৰত সুকীৰ্তি আৰু সুপুত্ৰ লাভ কৰিবলৈ সমৰ্থ হ'ব পাৰে। ব্ৰাহ্মণীয়ে ক'লে আপুনি সকলো কথাকে জানে। তেনেহ'লে ঈশ্বৰক তুষ্ট কৰিবৰ বাবে কোনো এটা ব্ৰতৰ অনুষ্ঠান কৰক। ব্ৰাহ্মণীৰ কথাত সন্মতি জ্ঞাপন কৰি ব্ৰাহ্মণে ভাবিলে যে নাবালক এজনে যদি যুক্তি যুক্ত কথা কয় তেতিয়াহ'লে

সেই কথা বিদ্বান লোকেও গ্ৰহণ কৰে আৰু তিৰোতাৰপৰা সৎ পৰামৰ্শ গ্ৰহণযোগ্য হয়, কিন্তু অনিষ্টকৰ কথা বৃদ্ধজনৰ পৰাও গ্ৰহণ কৰাটো উচিত নহয়। তাৰ পিছত ব্ৰাহ্মণে সন্তান লাভৰ কাৰণে ৰুদ্ৰব্ৰত পালন কৰিব ধৰিলে। এদিনাখন ৰাতি সপোনত ব্ৰাহ্মণে জটাধাৰী মহেশ্বৰক দেখা পালে। প্ৰভু মহেশ্বৰে স্বপ্নাদেশ কৰি ব্ৰাহ্মণক ক'লে যে প্ৰদোষ নামৰ ব্ৰত পালন কৰিলে ব্ৰাহ্মণে পুত্ৰ সন্তান লাভ কৰিব। স্বপ্ন তত্বৰপৰা জনা যায় যে দেৱতা, ব্ৰাহ্মণ গুৰুজন পিতৃগণ আৰু সন্ন্যাসী আৰু ৰজাই সপোনত যি কথা কয় সেইটো সত্য হয়। গতিকে ব্ৰাহ্মণে আঘোণ মাহৰ শুক্লা ত্ৰয়োদশী তিথি শনিবাৰৰ লগ্নৰপৰা ব্ৰতকল্প নিয়মানুসাৰে প্ৰদোষ নামৰ ব্ৰত পালন কৰিব ধৰিলে। কিছুকালৰ পিছত ব্ৰাহ্মণৰ ঔৰসত ব্ৰাহ্মণীৰ গৰ্ভত এটি পুত্ৰ সন্তানৰ জন্ম হ'ল। জাতকাদি কৰ্ম কৰি ব্ৰাহ্মণে পুত্ৰৰ নাম ৰাখিলে "দেৱদত্ত।" যথা সময়ত দেৱদত্তৰ বিবাহ কাৰ্য্যও সম্পন্ন হ'ল। এনেদৰে কিছুকাল অতিবাহিত হোৱাৰ পিছত ব্ৰাহ্মণে বৈৰাগ্য অৱলম্বন কৰিবলৈ ইচ্ছা কৰি তীৰ্থ যাত্ৰালৈ ওলাল আৰু পুতেকক উপদেশ দি ক'লে যে হে পুত্ৰ দেৱদত্ত! তুমি অতি কষ্টৰ সন্মুখীন হ'লেও স্বধৰ্ম পৰিত্যাগ নকৰিবা। সকলো সময়তে নিজধৰ্ম পালন কৰিবা আৰু কাৰো প্ৰতি বৈৰী ভাব নাৰাখি সকলো প্ৰাণীৰ প্ৰতি দয়া পৰবশ হবা। সদায় ঈশ্বৰত বিশ্বাসী হ'ব লাগিব আৰু মনৰপৰা লোভ পৰিত্যাগ কৰাকে আদি কৰি ভালেমান উপদেশ দি দেৱদত্তৰপৰা বিদায় লৈ ব্ৰাহ্মণে ভাৰ্য্যাক লগত লৈ বাৰানসীবাসী হ'লগৈ। দেৱদত্তইও যথাসাধ্য পিতৃ উপদেশ মতে চলিবলৈ ধৰিলে। এদিনাখন দেৱদত্তই যজ্ঞৰ কাৰণে খৰি আহৰণ কৰিবলৈ গৈ ঘোৰ অৰণ্যত প্ৰৱেশ কৰি শমিধ গছ এজোপা কাটি আছিল। সেই সময়তে ৰজা বিক্ৰমাদিত্যই মৃগয়াৰ কাৰণে অৰণ্যত গৈ বৰাহৰূপী এটা অপদেৱতাৰ অনুসৰণ কৰাৰ ফলত অৰণ্যৰ মাজত ৰজাই অচেতন হৈ পৰি আছিল। পিছত দেৱদত্তই ৰজাক শুশ্ৰূষা কৰি সসন্মানে ৰাজধানীলৈ আনিছিল। তাৰ পিছত



ৰজাই দেৱদত্তক ধন-বস্তু দি নিজ ঘৰলৈ পঠাই দিলে। দেৱদত্তৰ উপকাৰৰ কথা ৰজাৰ মনত সজীৱ হৈ ৰৈ থাকিল। কাৰণ দেৱদত্তৰ কাৰণে মহাৰণ্যত ৰজাৰ জীৱন ৰক্ষা পৰিল। অৱশেষত ৰজাই দেৱদত্তক পুনৰাই মতাই আনি মন্ত্ৰীৰ পৰামৰ্শ মতে তেওঁক এটা ৰাজকাৰ্য্যত নিযুক্ত কৰিলে। দেৱদত্তই কিছুদিন ৰাজকাৰ্য কৰাৰ পিছত "দেৱদত্তৰ প্ৰতি ৰজাৰ সদ্‌ভাৱ কেনে ধৰণৰ তাকে পৰীক্ষা কৰিবলৈ এটা বুদ্ধি কৰিলে। প্ৰথমতে দেৱদত্তই ৰজাৰ নাবালক ল'ৰা এজনক কৌশলেৰে নিজৰ ঘৰলৈ মাতি নিলে আৰু ল'ৰাটোৰ শৰীৰত থকা অলংকাৰবোৰ সোলোকাই ৰাখি ল'ৰাজনকো গোপনভাৱে দেৱদত্তৰ ঘৰতে ৰাখি থলে। ইপিনে ৰাজপুৰীত ল'ৰাজনক নেদেখি গণ্ডগোল হ'ল। পিছদিনাখন নগৰত চিপাহী-চন্তৰীয়ে ৰজাৰ ল'ৰাৰ অনুসন্ধানত চাৰিওপিনে ঘূৰিছে। সেই সময়তে দেৱদত্তই ৰজাৰ ল'ৰাৰ অলংকাৰবোৰ এজন মানুহৰ দ্বাৰা বিক্ৰী কৰিবলৈ হাট-বজাৰলৈ পঠাই দিলে। ৰজাৰ সৈন্যই ৰাজ অলংকাৰ মণি-মুকুতাবোৰ মানুহজনৰ হাতত দেখি ক'লে—অৰে পাপীষ্ঠ! তই এইবোৰ ক'ত পালি বুলি কৈ তাক ৰজাৰ ওচৰলৈ ধৰি বন্দী কৰি লৈ গ'ল। ৰজাই সুধিলে হেৰ বন্দী! তই ল'ৰাজনক কত কেনেকৈ বধ কৰিলি? তেতিয়া সি দেৱদত্তৰ ভৃত্য আৰু দেৱদত্তই তাক সেই মণি-মুকুতাবোৰ বিক্ৰী কৰিবলৈ পঠাইছিল বুলি ক'লে। তাৰ পিছত দেৱদত্তক ৰাজসভাত উপস্থিত কৰোৱা হ'ল। দেৱদত্তই কৰযোৰে ৰজাক নিবেদন কৰি ক'লে মহাৰাজ! মই ধনৰ লোভত পৰি আৰু হতবুদ্ধি হৈ আপোনাৰ ল'ৰাক বধ কৰিলোঁ। শেষত ল'ৰাৰ অলংকাৰবোৰ এই মানুহজনৰ দ্বাৰা বিক্ৰী কৰিবলৈ পঠোৱাত সি ধৰা পৰিল। আপুনি কাটকে বা মাৰকে সমস্ত দোষ দেৱদত্তৰে বুলি কৈ সি তলমূৰ হৈ থাকিল। পৰিষদবৰ্গৰপৰা এজনে ক'লে—দেৱদত্ত এজন শাস্ত্ৰজ্ঞ লোক, তথাপি এনে গৰ্হিত কাম কৰিলে। ৰজাই কোনো কথাকে নকলে মাত্ৰ দেৱদত্তৰ মুখৰ পিনে চাই ৰ'ল। এনেতে আন

এজন সদস্যই ক'লে, দেৱদত্তই নিজ বুদ্ধিৰ দ্বাৰা পৰিচালিত হৈ এনে কাম কৰিছে। নাইবা সাধু লোকে কয়—"কিং কৰোতি নৰঃ প্ৰাজ্ঞঃ প্ৰেৰ্য্যমানঃ স্বকৰ্মণা। প্ৰায়েন হি মনুষ্যনাং বুদ্ধি কৰ্মানুসাৰিণী॥" অৰ্থাৎ—প্ৰাজ্ঞ লোকসকলেও নিজৰ কৃত কৰ্মৰদ্বাৰা প্ৰেৰিত হৈ কুৎচিৎ কৰ্মৰ অনুষ্ঠান কৰে। কাৰণ মানুহৰ বুদ্ধি প্ৰায়েই নিজৰ কৃতকৰ্মৰ অনুসৰণ কৰে। সেই কথা শুনি কিছুমানে ক'লে যে দেৱদত্ত এজন বালক হত্যাকাৰী মহাপাপী আৰু সুবৰ্ণ হৰণকাৰী চোৰ। গতিকে দেৱদত্তক শূলত দিয়া উচিত। কিছুমানে ক'লে যে তাক এশ টুকুৰা কৰি কাটি মাৰিব লাগে। অমাত্যসকলৰ কথা শুনি বিক্ৰমাদিত্যই ক'লে যে—দেৱদত্ত ৰজাৰ আশ্ৰিত আৰু পৰম উপকাৰী লোক। শাস্ত্ৰত আছে যে উপকাৰীযু যঃ সাধুঃ সাধুত্বে তস্য কো গুণঃ। অপকাৰীযু যঃ সাধুঃ সসাধুঃ সদ্ভিৰুচ্যতে॥" অৰ্থাৎ—উপকাৰীজনৰ প্ৰতি দেখুওৱাতকৈ অপকাৰীজনৰ প্ৰতি সাধু হোৱাটোকেই প্ৰকৃত সাধু বুলি সাধু লোকসকলে কয়। ইয়াৰ পিছত দেৱদত্তই অৱলীলাক্ৰমে গোপন কৰি লুকাই ৰখা ৰজাৰ ল'ৰাটো আনি ৰজাক অৰ্পণ কৰিলে। তাকে দেখি ৰজা আচৰিত হ'ল। তেতিয়া এজন অমাত্যই ক'লে—"সুজনাঃ সধনাস্তেহি কৃতিনঃ সুখিমস্তথা। জন্তৱো যে হি জীৱন্তি পৰস্য হিত কাময়া।" অৰ্থাৎ যি লোক সুজন সদাশ্ৰিত ধনী, কৃতি আৰু পৰৰ মংগলৰ কাৰণে জীৱন ধাৰণ কৰে সেইজন লোকেই যথাৰ্থ সুখী। অপেস্বৰীয়ে ক'লে হে ৰজা! যদি আপোনাৰ তেনে গুণ বিদ্যমান আছে তেনেহলে এই সিংহাসনত বহিব পৰিব। সেই কথা শুনি ৰজাই মৌন হৈ বৈ থাকিল।

———

# অপেস্বৰী—৫

পুনৰ্বাৰ ভোজ ৰজাই সিংহাসনত বহিবলৈ গৈ অপেস্বৰীৰ মূৰত ভৰি তুলিছিল তেতিয়া অপেস্বৰীজনীয়ে মাত লগালে হে ৰজা শুণ'ক। বিক্ৰমাদিত্যৰ ৰাজত্ব কালত কোনো এদিনাখন এজন বণিক আহি ৰজাক বহুমূলীয়া ৰত্ন এটা অৰ্পণ কৰিলে। ৰজাই দীপ্যমান উজ্বল ৰত্নটো নিৰীক্ষণ কৰি সেইটো প্ৰকৃত ৰত্ন মণি হয় নে নহয় তাকে পৰীক্ষা কৰিবলৈ স্বৰ্ণকাৰ এজনক মতাই অনালে আৰু মণিটো উত্তম বিধৰ হয়নে চাবলৈ দিলে। স্বৰ্ণকাৰে ৰত্নটো পৰীক্ষা কৰি কলে হে মহাৰাজ! ই এটা অমূল্য উত্তম ৰত্ন হয়। ৰজাই এক সহস্ৰ সুবৰ্ণ মুদ্ৰা দি ৰত্নটো বণিকৰ পৰা কিনি ললে। ৰজাই সুধিলে হে সদাগৰ এনেকুৱা অমূল্য ৰত্ন আৰু আছেনে নাই? সদাগৰে কলে যে তেনে সদৃশ দহোটা ৰত্ন তাৰ আছে। তেতিয়া ৰজাই দহটা ৰত্নৰ বাবে উচিত মুল্য সদাগৰক দিলে আৰু সেই ৰত্ন কেইটা আনিবৰ কাৰণে স্বৰ্ণকাৰ এজনক সদাগৰৰ লগত পঠাই দি কলে যে সাত দিনৰ ভিতৰত স্বৰ্ণকাৰে ৰত্ন লৈ উভতি আহিব লাগিব। তাৰ পিছত ৰত্ন আনিবলৈ সদাগৰেৰে সৈতে স্বৰ্ণকাৰে যাত্ৰা কৰিলে। ৰজাই স্বৰ্ণকাৰক ৰত্নলৈ উভতি অহাৰ বাবে সাত দিন সময় সীমা ধৰি দিছিল। স্বৰ্ণকাৰ যোৱাৰ দিন ধৰি দেশত অতিবৃষ্টি আৰম্ভ হ'ল আৰু নদ-নদীবোৰ পানীৰে উপচি পৰাৰ কাৰণে নদীবোৰ পাৰ হব নোৱৰা হৈ উঠিল। স্বৰ্ণকাৰে প্লাবিত হোৱা এখন দূৰতিক্ৰম্য নদীৰ পাৰত উপস্থিত হ'ল আৰু পাৰ ঘাটত থকা নাৱিকক কলে যে হে ভাই নাৱিক! এই দুস্তৰণী নদীখন পাৰ কৰি দিয়া। নাৱৰীয়াই কলে হে পথিক! এই

নদীয়ে হুয়োটা পাৰেই পানীৰে অতিক্ৰম কৰিছে। গতিকে প্ৰবল নদী পাৰ হবলৈ ইচ্ছা কৰাটো বুদ্ধিমানৰ কাম নহয়। কাৰণ মহানদী সন্তৰণ কৰা, মহাপুৰুষ সকলৰ লগত বিবাদ কৰা, মহাজনৰ সৈতে মতভেদ প্ৰকাশ কৰাকে আদি কৰি কামবোৰ দূৰৰ পৰাই বৰ্জন কৰা উচিত। শাস্ত্ৰই কয় যে "নদীনাঞ্চ নখীনাঞ্চ শৃঙ্গিনাং শস্ত্ৰপানি নাম্! বিশ্বাসো নৈৱ কৰ্ত্তব্য: স্ত্ৰীষু ৰাজকুলেষুচ।।" অৰ্থাৎ— নদী, নখী (যাৰ নখেই অস্ত্ৰ তেনে প্ৰাণী) শিং থকা জন্তু, অস্ত্ৰধাৰী লোকে, স্ত্ৰীসকলক আৰু ৰাজসেৱী সকলক সততে বিশ্বাসত লোৱা উচিত নহয়। স্বৰ্ণকাৰে কলে হে নাৱিক! তুমি সঁচা কথাকে কৈছা কিন্তু সাধুলোকে কয় যে— সামান্য কাৰ্যতকৈ মহৎকাৰ্য্যবোৰ বলৱান হয় আৰু তাক সকলো কামৰ আগতে সমাধা কৰিব লাগে। সি আকৌ কলে যে নদী পাৰ হোৱাটো এটা সামান্য কাৰ্যহে। তাৰ (স্বৰ্ণকাৰৰ) এটা মহৎ ৰাজকাৰ্য্য আছে। তাকে শুনি নাৱিকে কি মহৎ কাৰ্য্য আছে বুলি সুধিলত স্বৰ্ণকাৰে সাত দিনৰ ভিতৰত ৰত্ন দহোটা লৈ গৈ ৰজাৰ ওচৰ নাপালে তাৰ হয়তো গুৰু দণ্ড ভোগ কৰিব লাগিব! তেতিয়া নাৱিকে কলে হে নদীৰ পাৰৰ যাত্ৰী! যদি তুমি অনা ৰত্নবোৰৰ পাচটা ৰত্ন দিয়া তেনেহলে তুমি নদীপাৰ হব পাৰিবা। তাৰ পিছত স্বৰ্ণকাৰে আগন্তুক বিপদৰ কথা ভাবি ৰত্ন পাচটা নাৱিকক দি নৈ খন পাৰ হ'ল। স্বৰ্ণকাৰ ৰজাৰ ওচৰলৈ আহি পোৱাত সাত দিন পুৰ হ'ল আৰু সি অনা ৰত্ন পাচটা মাত্ৰ ৰজাক দি সেৱা জনালে। ৰত্ন দহোটাৰ কথা ৰজাই সুধিলত স্বৰ্ণকাৰে বাটৰ সমস্ত কথা কলে আৰু তাৰে পাচটা ৰত্ন নাৱিকক দি কোনো ৰকমে নদী-পাৰ হৈ ৰজাৰ কথা ৰাখিছে। নাইবা শাস্ত্ৰই কয় যে— "আজ্ঞাভঙ্গো নৰেন্দ্ৰানাং বিপ্ৰানাং মান খণ্ডনম্। পৃথক্ শয্যা চ নাৰী নাংঅশস্ত্ৰ বধ উচ্যতে।।" অৰ্থাৎ ৰজাৰ আজ্ঞা ভঙ্গ কৰা, বিপ্ৰসকলৰ মান ভঞ্জন কৰা, নৱ-পৰিণীতা বধুসকলৰ পৃথক শয্যা ব্যৱস্থা কৰা আদি কামবোৰ অস্ত্ৰ শস্ত্ৰ নোহোৱাকৈ বধ কৰাৰ তুল্য বুলি কোৱা হয়। গতিকে



আদেশ অনান্য কৰি ৰজাৰ মনত আঘাট দিয়াতকৈ পাচটা ৰত্ন ত্যাগ কৰি স্বৰ্ণকাৰে ৰাজ আজ্ঞা পালন কৰিছে আৰু সি কৰা কামৰ কাৰণে ৰজাৰ ওচৰত ক্ষমা ভিক্ষা প্ৰাৰ্থনা কৰিলে। তাৰ কথাত ৰজা সন্তুষ্ট হ'ল আৰু বাকী পাচটা ৰত্ন স্বৰ্ণকাৰক পুৰস্কাৰ দিলে। অপেস্বৰীয়ে কলে হে ৰজা! বিক্ৰমাদিত্যৰ দৰে এনে গুণ থাকিলে আপুনি সিংহাসনত বহক।

ৰজা ভোজে একো নামাতিলে।

---

## অপেস্বৰী—৬

আকৌ যেতিয়া ভোজৰাজে সিংহাসনত বহিবলৈ বুলি অপেস্বৰীৰ মূৰত উঠিছিল তেতিয়া অপেস্বৰীয়ে মাত লগাই কলে হে মহাৰাজ। অলপ ৰওক, বিক্ৰমাদিত্য ৰজাৰ কথা শুনক। অপেস্বৰীয়ে ক'বলৈ ধৰিলে যে ৰজা বিক্ৰমাদিত্যৰ ৰাজত্ব কালত এসময়ত চ'ত মাহত বসন্ত উৎসৱ উপভোগ কৰিবৰ কাৰণে অন্তেষপুৰত থকা বণিতাসকলক লগত লৈ চতুৰঙ্গ দলৰে সৈতে কোনো এখন ৰমণীয় বন প্ৰদেশলৈ ৰজাই যাত্ৰা কৰিলে। তাতে ইন্দ্ৰনীল মনি, চন্দ্ৰ কান্তীশীলা আদি নানা বিধ সুশোভিত ৰত্নৰাজিৰ দ্বাৰা এখন বিতোপন বিহাৰভূমি ৰচনা কৰি বাহৰ পাতিলে। বিভিন্ন প্ৰকাৰৰ সৌৰভেৰে সুবাসিত হৈ থকা বিহাৰ মঞ্চত বিবিধ বস্ত্ৰ আৰু পুষ্পাদিৰে শোভিত পদ্মিনী, চিত্ৰিনী, শাংখিনী আৰু হস্তিনী আদি লক্ষণযুক্তা ৰমণী সকলেৰে সৈতে ৰজাই বিহাৰ কৰি বসন্ত ঋতু কালৰ কামনা বাসনা উপভোগ কৰিব ধৰিলে। সেই বন দেশৰ ওচৰতে এটি চণ্ডিকা দেৱীৰ দেৱালয় আছে আৰু তাতে এজন ব্ৰহ্মচাৰী বাস কৰি থাকে। ব্ৰহ্মচাৰীয়ে বিক্ৰমাদিত্য ৰজাক সস্ত্ৰীক বন বিহাৰলৈ অহা দেখি মনতে ভাবিবলৈ ধৰিলে যে তেওঁ মনুষ্য জীৱন লাভ কৰি তপস্যাৰ দ্বাৰা বৃথাই কাল যাপন কৰিছে। সংসাৰৰ বিষয় বাসনা নাইবা সংগ সুখ তেওঁ কদাপিতো অনুভৱ কৰিব পৰা নাই। নতুবা বিষয়জনিত সংগসুখ আৰু সংসাৰৰ যাৱতীয় সুখ দুঃখ বোৰৰ অনাহকতে সৃষ্টি হোৱা বুলি মূৰ্খলোকেহে বিবেচনা কৰে। মনুষ্য জীৱন লাভ কৰিলে অশেষ কষ্ট স্বীকাৰ কৰি হলেও সাংসাৰিক জীৱন যাপন কৰাটো জ্ঞানীলোকৰ কাম। সেয়েহে সাধুলোকে কয় যে— "অসাৰেখলু সংসাৰে পূজ্যা সাৰংগ লোচনা। তদৰ্থে ধনমি চ্ছন্তি তত্ত্যাগেচ ধনেম কিম্ ।।" অৰ্থাৎ এই অসাৰ সংসাৰত সাংসাৰীক সকলৰ পক্ষে নাৰীয়েই শ্ৰেষ্ঠা আৰু সেই কাৰণেই ধনৰ আৱশ্যক হয়, যদি বণিতাসকলক বৰ্জন কৰা হয় তেনেহলে ধনৰ কোনো সকাম নাই। গতিকে সংসাৰত জন্ম গ্ৰহণ কৰি সন্ন্যাসী হোৱাতকৈ সাংসাৰিক হিছাপে কাল কটোৱাতোৱেই শ্ৰেয়ঃ। কিয়নো ইয়াকো দেখা যায় যে যোগীৰাজ প্ৰভু শিৱইও পাৰ্বতী দেৱীক অৰ্দ্ধাঙ্গিনীৰূপে স্বীকাৰ কৰি লৈছিল। সন্ন্যাসীয়ে ভাবিলে যে ৰজা বিক্ৰমাদিত্যৰ ওচৰত এজনী স্ত্ৰী ভিক্ষা কৰি আনি বিধিমতে বিবাহ কাৰ্য্য সম্পাদন কৰি সংসাৰী হোৱাটোয়ে উচিত হব। ইয়াকে ভাবি ব্ৰহ্মচাৰীয়ে ৰজাৰ ওচৰলৈ আহি "আপোনাক বৈৰহন্ত্ৰী চণ্ডিকা দেৱীয়ে ৰক্ষা কৰক" বুলি বিক্ৰমাদিত্যক আশীৰ্বাদ দিলে। ৰজাই সন্ন্যাসীক দেখি সন্মান সহকাৰে বহিবলৈ আসন আগ বঢ়াই দি সুধিলে,— "আপুনি ক'ৰ পৰা আহিল আৰু কুশলে আছেনে?" ৰজাৰ কথা শুনি সন্ন্যাসীয়ে ওচৰতে থকা অম্বিকা দেৱীৰ মন্দিৰত সেৱা পূজা কৰি ব্ৰহ্মচৰ্য্য ব্ৰত পালনৰ দ্বাৰা পঞ্চাশ বছৰ কাল দেৱালয়তে অৱস্থান কৰি থকা বুলি জনালে। আকৌ ইষ্ট দেৱতা প্ৰসন্ন হৈ যোৱা নিশা সপোনত দেখা দি তেওঁক গাৰ্হস্থ্যাশ্ৰম পালন কৰিবলৈ আদেশ কৰা বুলি জনালে। কাৰণ বৰ্ণাশ্ৰম পালন নকৰাকৈ কেৱল ব্ৰহ্মচৰ্য্যাশ্ৰম আৰু বান প্ৰস্থ অৱলম্বন কৰাৰ পৰা মানুহৰ মুক্তি লাভ হোৱা দেখা নেযায়। উক্ত আছে যে— "আশ্ৰমান্ ত্ৰি নপাকৃত্য যো মোক্ষে হস্তৰ্নিৱেশয়েৎ। অনয়া ক্ৰিয়য়া মোক্ষং সেৱমানঃ পতত্যধঃ ॥" অৰ্থাৎ যিজনে বৰ্ণাশ্ৰমবোৰ এৰি দি মুক্তিলাভৰ বাবে মাত্ৰ মনোনিবেশ কৰে সেইলোকে মোক্ষ লাভৰ পৰিৱৰ্তে অধোগামী হয়। ব্ৰহ্মচাৰীয়ে ৰজাক ছলাহি কথাৰ দ্বাৰা কবলৈ ধৰিলে যে হে মহাৰাজ? ভগৱতী অম্বিকা দেৱীয়ে স্বপ্নাবেশেৰে গাৰ্হস্থ্যাশ্ৰম পালনৰ বাবে প্ৰাৰ্থনা জনাবলৈ আপোনাৰ ওচৰলৈ প্ৰেৰণ কৰিছে। ইয়াৰ পিছত আপোনাৰ অনুগ্ৰহ লাভেই ধৰ্ম পালনৰ প্ৰমাণ হব। ৰজাই ব্ৰহ্মচাৰীয়ে মিছা কথা

কোৱা বুলি জানিও মনতে ভাবিলে যে এওঁ এজন যাচক, লাগিলে সঁচাই কওঁক নাইবা মিছাকে কওক। কিন্তু অৰ্থীজনৰ মনোৰথ পূৰ্ণ কৰাই ৰজাৰ কৰ্ত্তব্য। কথিত আছে যে—"দত্তাৰ্থিনে নৃপোদানং শূন্য লিঙ্গং প্ৰপূজ্যচ। পৰিপাল্যাশ্ৰিতং নিত্যং অশ্চমেধ ফলং লভেৎ॥" অৰ্থাৎ যি ৰজাই প্ৰাৰ্থীসকলৰ মনোৰথ পূৰ্ণ কৰে। শূন্য লিঙ্গ শিৱ পূজা কৰে, আৰু আশ্ৰিত জনক সদায় পালন কৰে সেইজনে অশ্বমেধ যজ্ঞৰ সমান পূণ্য সঞ্চয় কৰে। ইয়াকে চিন্তা কৰি ৰজাই এখন নগৰ নিৰ্মাণ কৰাই ব্ৰহ্মচাৰীক এজনী ৰূপৱতী কন্যা দান দি বহুতো ধন বস্তু আদিৰে সন্মান জনাই নিজ নগৰলৈ প্ৰত্যাৱৰ্ত্তন কৰিলে। অপেস্বৰীয়ে বিক্ৰমাদিত্য ৰজাৰ দৰে ভোজ ৰজাৰ ঔদাৰ্য্য গুণ থাকিলে তেওঁক সিংহাসনত বহিবলৈ কলে।

ৰজাই অপেস্বৰীৰ পিনে চাই থাকিল, একোকে নকলে।

———



## অপেস্বৰী—৭

যেতিয়া আকৌ ৰজা ভোজে সিংহাসনত বহিবলৈ যত্ন কৰিছিল তেতিয়া অপেস্বৰীয়ে মাত লগাই ৰজা বিক্ৰমাদিত্যৰ গুণ-ৰাশিৰ কথা ক'বলে ধৰিলে। বিক্ৰমাদিত্যৰ শাসন কালত সমস্ত লোকে সুখেৰে কাল কটাইছিল। ৰাজ্যত দুৰ্জ্জন স্বৰূপ কণ্টক নাছিল। সকলো সদাচাৰী আৰু স্বধৰ্ম পালনকাৰী আছিল। সকলো বৰ্ণ অৰ্থাৎ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শুদ্ৰ আদি লোকসকলে নিজৰ নিজৰ কাৰ্য্য সিদ্ধি লাভ কৰাত, যশস্যা বুদ্ধিত, অভিৰুচি মতে কৰ্মত প্ৰবৃত্ত হোৱাত, পৰোপকাৰৰ সাধনাত, অসত্যক আশ্ৰয় নকৰাত, লোভৰ প্ৰতি বিদ্বেষ আচৰণ কৰাত, লোকৰ অপৱাদৰ প্ৰতি অন্য মনস্ক হোৱাত, সকলো জীৱৰ প্ৰতি অনুৰাগী হোৱা, পৰমেশ্বৰৰ প্ৰতি ভক্তি ৰখা, নিজৰ শৰীৰৰ প্ৰতি বিশেষ আসক্তি নোহোৱা, নিত্য আৰু অনিত্য বস্তু বিচাৰ কৰা, নিজৰ বাক্য প্ৰতিপালনত দৃঢ়তা দেখুওৱা, পৰলোক থকা বিষয়ত বুদ্ধি স্থিৰ কৰা, মনত উদাৰতা গুণ সমূহেৰে বিভূষিত হৈ অৱস্থান কৰিছিল। ৰজাৰ অনুগ্ৰহ থকা হেতুকে সকলো প্ৰজাৰে কোনো ৰকমৰ বস্তুৰ অভাৱ হোৱা নাছিল। সেই নগৰত ধনদ নামেৰে কোনো এজন সদাগৰে বাস কৰিছিল। সদাগৰৰ অপৰ্যাপ্ত ধন থকাৰ কাৰণে মানুহে সকলো বস্তুকে তেওঁৰ পৰা লাভ কৰিছিল। ধনৱান সেই সদাগৰৰ মনত সকলো বস্তুৰ ওপৰতেই অনিত্য ভাৱৰ উদয় হ'ল আৰু সদাগৰে ভাবিবলৈ ধৰিলে যে—"অসাৰোহয়ং সংসাৰঃ সৰ্ব দুৰ্লভমপি ৰস্তুজাত মনিত্যম্। গগণ নগৰ কল্পং সংগমং ৱল্লভানাং জলদ পটল তুল্যং যৌৱনং ৱা ধনংৱা।" অৰ্থাৎ—এই সংসাৰখন অসাৰ, সুদুৰ্লভ বস্তুসমূহ অনিত্য, প্ৰিয়জনৰ সংসৰ্গ লাভ, আকাশ সদৃশ বিশাল নগৰ, ধন আৰু যৌৱন এই সকলোবোৰ মেঘৰ বৰষুণ জাল বিস্তাৰৰ দৰে ক্ষণস্থায়ী। তাৰ উপৰিও স্বজন ও স্বশ্ৰৰীৰ, নিজ পুত্ৰ-পৰিবাৰ, আশ্ৰিত নাইবা অনাশ্ৰিত বন্ধু-

বান্ধৱ আদি সকলোবোৰেই সংসাৰ বন্ধনৰ মূল কাৰণ আৰু সেই-বোৰে বিচ্ছেদৰ দৰে ক্ষণ ভংগুৰ। গতিকে এই সকলোবোৰ পৰিত্যাগ কৰি সংসাৰী লোকে পবিত্র ধর্ম ভজনা কৰাই কর্তব্য। উক্ত আছে যে—"ধর্ম ৰক্ষা কৰিলে ধর্মইও সেইজনক ৰক্ষা কৰে। যিজনে ধর্ম নাশ কৰে সেইজন ধর্মৰ কাৰণেই বিনাশ প্রাপ্ত হয়। সেই হেতুকে সাংসাৰিক লোকসকলৰ ধর্মই পৰম আশ্রয়ৰ স্থল আৰু পৰম সুহৃদ স্বৰূপ। ধর্মই মানুহক স্বর্গসুখ প্রদান কৰিবলৈ সমর্থ হয়, অবিচ্ছিন্ন প্রীতি, অক্ষয় কীর্ত্তি প্রতিষ্ঠা কৰে। ধর্ম সংগ্রহৰ কাৰণে উপার্জিত দ্রব্য সামগ্রী সৎ পাত্রত দান কৰাটো বুদ্ধিমান লোকৰ কর্তব্য হোৱা উচিত। মেঘৰ বৰষুণৰ পানী সমুদ্র শামুকৰ গর্ভত পৰি মুক্তা ফলৰ সৃষ্টি হোৱাৰ দৰে সৎ পাত্রত দান কৰাৰ দ্বাৰা গুণান্তৰ প্রাপ্ত হৈ সেই দানে দাতাজনৰ উৎকর্ষ সাধন কৰিবলৈ সমর্থ হয়। ইয়াকো দেখা যায় যে বৃক্ষ ছাঁয়াৰ দ্বাৰা বহুতো ঠাই শীতল হোৱাৰ দৰে সৎ পাত্রত অলপ মাত্র দান কৰিলেও সি বহুল বিস্তাৰ লাভ কৰে। এই ভাবি সদাগৰে বেদজ্ঞ ব্রাহ্মণসকলক আহ্বান কৰি আনি হেমাদ্রি নামৰ স্মৃতি শাস্ত্রোক্ত দানসমূহ যেনে—গোদান, ভূমিদান, কন্যাদান, বিদ্যাদান, জলদান, আদিৰ অনুষ্ঠান কৰিলে। শেষত সদাগৰে ভাবিলে যে তেওঁ যি দান-ধর্মৰ অনুষ্ঠান কৰিলে তাৰ দ্বাৰা বিশেষ ফল পোৱা নেযাব। যদি দ্বাৰকা পুৰিলৈ গৈ এবাৰ ভগৱান শ্রীকৃষ্ণক দর্শন নকৰে। ইয়াকে ভাবি সদাগৰে দ্বাৰকাৱতী নগৰলৈ যাত্রা কৰি সাগৰৰ তীৰত উপস্থিত হ'ল। তাতে থকা ভিক্ষুক, যোগীসকলক ধন, বস্ত্র আদিৰ দ্বাৰা সন্তাষণ জনাই নাৱত উঠিল। সাগৰৰ মাজত থকা এখন সৰু পর্বতৰ ওপৰত এখন দেৱালয় দেখি সদাগৰে তালৈ গৈ ষোড়শোপচাৰে ভূৱনেশ্বৰী দেৱীৰ অর্চ্চনা বন্দনা কৰাৰ পিছত মন্দিৰৰ ভিতৰত কৱন্ধ স্ত্রী-পুৰুষৰ যুগল মূর্ত্তি দর্শন কৰিলে। সেই প্রতিমূর্ত্তি দুটাৰ সমুখত এখন শিলালিপিত লিখা আছে যে যদি কোনো ধৈর্যশালী আৰু পৰোপকাৰী পুৰুষে নিজৰ কণ্ঠৰুধিৰ দ্বাৰা দেৱীৰ পূজা কৰে তেনেহ'লে কৱন্ধ দুটা পুনৰজীৱন লাভ কৰিব



আৰু দেৱী আবির্ভূতা হৈ তেওঁক বৰ দান কৰিব। সদাগৰে শিলালিপিখন পঢ়ি আচৰিত হ'ল আৰু তাৰপৰা দ্বাৰকা নগৰত শ্রীকৃষ্ণৰ সেৱা-পূজা কৰি ধন্য হ'ল। কাৰণ শাস্ত্রত আছে যে—বহুতো অশ্বমেধ যজ্ঞকাৰীয়ে মুক্তি লাভ কৰিব নোৱাৰি সংসাৰত বাৰে বাৰে জন্ম লাভ কৰি থাকে। কিন্তু এবাৰ মাত্র শ্রীকৃষ্ণৰ দর্শনকাৰীজনে পুনৰজন্ম লাভৰপৰা হাত সাৰি মুক্তি লাভ কৰে। সদাগৰে দ্বাৰকাৰপৰা ঘূৰি আহি তেওঁৰ বন্ধু-বান্ধৱক শ্রীকৃষ্ণৰ প্রসাদ বিতৰণ কৰি এটা বিশেষ উপহাৰৰ টোপোলা লৈ বিক্রমাদিত্যক দেখা কৰিবলৈ গ'ল। উক্ত আছে যে—"ৰিক্ত পানিস্ত ন পশ্যেৎ দেৱতাং ৰাজানং গুৰুম্। ইষ্টাং ভার্য্যাং প্রিয়ং মিত্রং পুত্রং চাতি কনীয়সম্॥" অর্থাৎ—দেৱতা, ৰজা, গুৰুজন, মনোৰমা ভার্য্যা, প্রিয় মিত্র আৰু শিশু পুত্রক শুদা হাতেৰে দেখা কৰা উচিত নহয়। শেষত সদাগৰে ৰজাক দেখা কৰি উপহাৰ অর্পণ কৰিলে। ৰজাই ধনদৰ কুশল-বার্ত্তা সোধাৰ পিছত সদাগৰে দেখা পোৱা কোনো এটা কাহিনীৰ বর্ণনা দিবলৈ ক'লে। তেতিয়া ধনদ সদাগৰে তীর্থ যাত্রাৰ সময়ত সাগৰৰ মাজৰ পর্বতত থকা দেৱালৰ কৱন্ধ প্রতিমা দুটাৰ কথা আৰু শিলালিপিৰ লিখনিৰ কথাও ক'লে। সেই কথা শুনি বিস্ময়ান্বিত হৈ ৰজাই সদাগৰক লগত লৈ সেই দেৱালয়ত উপস্থিত হ'ল আৰু ধনদৰ কথা প্রত্যক্ষ কৰিলে। তাৰ পিছত ৰজাই মন্দিৰত দেৱতা পূজা কৰি লৈ নিজৰ মূৰ কাটি তেজ দিবলৈ ওলোৱত কৱন্ধ যুগল প্রাণবন্ত হৈ উঠিল আৰু লগে লগে দেৱী আবির্ভাৱ হৈ ৰজাক বৰ মাগিবলৈ ক'লে। তেতিয়া বিক্রমাদিত্যই সজীৱ হৈ উঠা স্ত্রী-পুৰুষ দুজনক ৰাজত্ব দিবলৈ দেৱীৰ ওচৰত প্রার্থণা জনালে। দেৱীয়ে তথাস্তু বুলি কৈ অদৃশ্যা হ'ল। শেষত ৰজাইও ধনদৰে সৈতে নিজ নগৰলৈ উভতি আহিল। অপেস্বৰীয়ে ক'লে হে মহাৰাজ! যদি বিক্রমাদিত্য ৰজাৰ দৰে আপোনাৰ পৰোপকাৰী গুণ আছে তেনেহ'লে এই সিংহাসনত বহিবলৈ আপুনি উপযুক্ত।

ৰজাই কোনো কথা নোকোৱাকৈ বৈ থাকিল।

———

# অপেস্বৰী—৮

আনদিনাখন ৰজা ভোজে সিংহাসনত বহিবলৈ য়াওঁতে অপেস্বৰীয়ে মাত লগালে মহাৰাজ! শুনক, বিক্ৰমাদিত্য ৰজাই ভূমণ্ডলত প্ৰসিদ্ধ ও অশেষ গুণ সম্পন্ন হৈ ৰাজ্য শাসন কৰা কালত দূতসকলৰ দ্বাৰা কৌতুহলজনক সংবাদসমূহ সংগ্ৰহ কৰি তাৰ প্ৰতিবিধান কৰিছিল। উল্লেখ পোৱা যায়যে "গাৱো গন্ধেন পশ্যান্তি ৱেদেনৈৱ দ্বিজাতয়ঃ। চাৰৈঃ পশ্যান্তি ৰাজান শ্চক্ষুৰ্ভাযিতৰে জনাঃ ॥" অৰ্থাৎ ঘ্ৰাণ কৰি বস্তু খায় গৰুবোৰে, দ্বিজাতিসকলে বিধি ব্যৱস্থা মতে কাৰ্য্য কৰে, ৰজাই দূতৰ দ্বাৰা ৰাজ্যৰ অৱস্থাৰ গম গতিৰ বুজ লয় আৰু ইতৰ ব্যক্তিসকলে চকুৰে দেখিহে গম লয়। ৰজাই সকলো লোকৰ অৱস্থিতি সকলোৰে চিত্তবৃত্তিৰ অনুভূতি লাভ কৰি প্ৰজা পালনত মনোনিৱেশ কৰা, দুষ্টসকলৰ দণ্ডবিধান, ন্যায়ভাৱে কৰা উপাৰ্জন আৰু অৰ্থীসকলৰ প্ৰতি সমভাৱ প্ৰদৰ্শন কৰাটো কৰ্ত্তব্য। উক্ত আছে যে দোষীৰ দণ্ড, সজ্জনৰ পূজা, ন্যায় অৱলম্বনৰ দ্বাৰা ৰাজ কোষৰ বৃদ্ধি, প্ৰাৰ্থনাকাৰী সকলৰ প্ৰতি পক্ষপাত শূন্য হৈ ৰাজ কাৰ্য্য সম্পাদন কৰাটো ৰজাৰ অতি আৱশ্যকীয় কাম। তত্ৰাচ ৰজাৰ দৈৱ কাৰ্য্যই বা কি হয় নাইবা শক্ৰৰ লগত বিৱাদৰ দ্বাৰা কি হব অথবা হোম যজ্ঞ আদি অনুষ্ঠানৰ পৰা কি হব? ৰজাই একমাত্ৰ দৃষ্টি ৰাখিব লাগিব যাতে ৰাজ্যৰ ভিতৰত কোনো প্ৰজাই যিকোনো অৱস্থাৰ কাৰণে চকুপানী টুকিব লগাত নপৰে। বিক্ৰমাদিত্যৰ ৰাজত্ব সময়ত ৰাজদূতসকলে পৃথিৱীৰ নানা দেশ পৰিভ্ৰমণ কৰি আহি এদিনাখন ৰজাৰ-ওচৰত নিবেদন কৰিলে যে হে মহাৰাজ! কাশ্মীৰ প্ৰদেশত এজন ধনাঢ্য সদাগৰে পানীৰ কাৰণে পাঁচ ক্ৰোশ বিস্তৃত এটা হ্ৰদ খণ্ডাই তাৰ পাৰত এটি মন্দিৰত লক্ষ্মী নাৰায়ণৰ স্বৰ্ণ প্ৰতিমা প্ৰতিষ্ঠা কৰি অণৱৰত হোম



যজ্ঞ পাতি থকা সত্বেও হ্ৰদত পানী ওলোৱা নাই। সেই সদাগৰে অতিশয় দুঃখ মনেৰে সৰোবৰৰ পাৰত বহি ভাৱিবলৈ ধৰিলে হায় হায়, পানীৰ কাৰণে কৰা সমস্ত কাৰ্য্যই বৃথা হ'ল। ঈশ্বৰৰ অনুগ্ৰহ নহলে জলৰূপী নাৰায়ণক লাভ কৰা নেযাব। এনেদৰে সদাগৰে সৰোবৰৰ পাৰত বহি চিন্তা কৰি থাকোতে এদিনাখন দৈৱবাণী শুনিবলৈ পোৱা গল। দৈৱবাণীয়ে সদাগৰক কলে যে বত্ৰিশ লক্ষণ যুক্ত পুৰুষৰ কণ্ঠ শোণিতেৰে সেই সৰোবৰ সেচন কৰিলে তাত পানী ওলাব ইয়াৰ অন্যথায় বিলাপ কৰাৰ কোনো কাৰণ নাই। তাকে শুনি সদাগৰে হ্ৰদৰ পাৰত এটা বৃহৎ অন্ন যজ্ঞৰ আৰম্ভ কৰি দেশত ঘোষণাৰ দ্বাৰা সকলোকে যজ্ঞলৈ আহ্বান জনোৱাত নিতৌ বহু লোকে আহি যজ্ঞত খোৱা বোৱা কৰি গুচি যাবলৈ ধৰিলে। তাত দৈৱ বাণীৰ কথা প্ৰচাৰ কৰাৰ মূৰটো কোনো দিনে কোনো পুৰুষে তেজ দিবলৈ আগ-বাঢ়ি অহা দেখা নগল। শেষত ৰজাৰ দূতেও তাতে এদিন খাই বই আহিছে আৰু সি আহি সেই কথা ৰজাক জনালে। লগতে ইয়াকো জনালে যে তাতে তেজ দান কৰা জনক সহস্ৰ স্বৰ্ণ মুদ্ৰা দিব বুলি সদাগৰে জনাই দিছে। দূতৰ কথা শুনি ৰজাই তালৈ গৈ সকলোবোৰ দেখি আচৰিত হৈ ভাৱিলে যে এই হ্ৰদটো পানীৰে পৰিপূৰ্ণ হলে বহুতো লোকৰ উপকাৰ সাধন হব। ইয়াকো জনা যায় যে মহাপুৰুষ সকলে নিজৰ শৰীৰৰ প্ৰতি বিশেষ মমতা নেৰাখে। কাৰণ একশ বছৰ জীৱন ধাৰণ কৰি সুখে সন্তোষে দিন কটালেও শেষত শৰীৰৰ বিনাশ হব'ই। গতিকে পৰাপক্ষত সাধুলোক সকলে শৰীৰৰ দ্বাৰা পৰৰ উপকাৰ কৰে। শাস্ত্ৰত আছে যে "সৰ্বদৈৱ ৰুজাক্ৰাণ্ডং সৰ্বদৈৱ শুচো গৃহম্। সৰ্বদা পতন প্ৰায়ং দেহিনাং দেহ পঞ্জৰম্ ॥" অৰ্থাৎ মানুহৰ দেহ পঞ্জৰ সদায় ৰোগত আক্ৰান্ত শোকৰ ভাণ্ডাৰ স্বৰূপ আৰু সততে পতনশীল। নিজৰ স্বাৰ্থত শৰীৰ নষ্ট নকৰি পুনৰ্জ্জন্ম লাভৰ প্ৰতি বিৰাগীহৈ লোকৰ উপকাৰ সাধন কৰা সৎপুৰুষৰ কৰ্তব্য। ইয়াকে ভাবি বিক্ৰমাদিত্যই লক্ষ্মী নাৰায়ণৰ পূজা কৰি নিজৰ মূৰ কাটি তেজ

দিবলৈ হ্ৰদত নামিল। তেতিয়া জল দেৱতাই দেখা দি ৰজাক কলে হে ৰজা! সন্তুষ্ট হৈছো কি বৰ লাগে লোৱা। ৰজাই সৰোবৰত পানী দিবলৈ প্ৰাৰ্থনা জনোৱাত "তথাস্তু" বুলি কৈ জলদেৱতা অন্তৰ্দ্ধান হ'ল আৰু ৰজাই হ্ৰদৰ পৰা পাৰলৈ উঠি অহা মাত্ৰকে সৰোবৰত পানী হ'ল। তাৰ পিছত কাশ্মীৰ দেশৰ মানুহৰ মনত অপাৰ আনন্দ হ'ল। অপেস্বৰীয়ে ক'লে হে মহাৰাজ। যদি আপোনাৰো পৰোপকাৰী গুণ আছে, তেনেহলে এই সিংহাসনত আৰোহণ কৰাত একো বাধা নহয়।

ৰজাই একোকে নকলে।

---

# অপেস্বৰী—৯

আকৌ ৰজা ভোজে সিংহাসনত বহিবলৈ যাওঁতে যেতিয়া অপেস্বৰীৰ মূৰত ভৰি দিছিল তেতিয়া অপেস্বৰীজনীয়ে কৈছিল হে মহাৰাজ। বিক্ৰমাদিত্য ৰজাৰ গুণৰ কথা শ্ৰৱণ কৰ'ক। বিক্ৰমাদিত্য ৰজাৰ সময়ত তেওঁৰ ভট্টি নামৰ এজন মন্ত্ৰী, গোবিন্দ নামেৰে এজন উপমন্ত্ৰী চন্দ্ৰশেখৰ নামেৰে এজন সেনাপতি আৰু ত্ৰিবিক্ৰম নামেৰে এজন ৰাজ পুৰোহিত আছিল। পুৰোহিতজনৰ কমলাকৰ নামেৰে এজন পুত্ৰ আছিল। যুৱা কমলাকৰ বিদ্যাহীন আৰু বিলাসীপ্ৰিয় হোৱা দেখি এদিনাখন পিতাকে তাক কলে হে পুত্ৰ! আত্মাই নানা জীৱন ধাৰণ কৰি শেষত মানৱ জন্ম লাভ কৰে আৰু বহু পুণ্য কৰ্ম গুণত ব্ৰাহ্মণ জন্ম লাভ হয় বুলি কয়। মানুহে বিদ্যাভ্যাস নকৰি স্বেচ্ছাচাৰী আৰু দূৰাচাৰী হলে নিজৰ জীৱন কাল ছোৱাত অশেষ কষ্টৰ সম্মুখীন হব লগাত পৰে। যি ব্যক্তিয়ে বাল্য কালত বিদ্যা শিক্ষা নকৰি, যৌৱন কালত সময়ৰ কাম সময়মতে নকৰি অৰ্থাৎ খাবৰ সময়ত নেখাই. শুবৰ সময়ত বিনিদ্ৰ হৈ নিজৰ ঘৰ এৰি বাহিৰত ঘূৰি থাকে আৰু ৰূপ সজ্জাত থাকি কাল ক্ষয় কৰে সেই লোকে শীত কালত বস্ত্ৰ হীন বৃদ্ধলোকে কষ্ট ভোগ কৰাৰ দৰে অৱস্থা প্ৰাপ্ত হয়। সেয়েহে উক্তি আছে যে "যেষাং ন বিদ্যা ন তপো ন দানং ন চাপি শীলং ন গুণো ন ধৰ্মঃ। তে মৰ্ত্তালোকে ভূৱি ভাৰভূতা মনুষ্য ৰূপেণ মৃগাশ্চৰাৰন্তি॥" অৰ্থাৎ যিসকলৰ জীৱনত বিদ্যা, তপস্যা, দান, সৎ স্বভাৱ, সজগুণ, ধৰ্ম আদি গুণবোৰ নেথাকে সেইসকল লোকে পৃথিৱীৰ ওপৰত অধিক বোজা স্বৰূপ হৈ মনুষ্যৰূপী পশুৰ দৰে বিচৰণ কৰি থাকে। আকৌ বিদ্যাৰতুল্য অলঙ্কাৰ, ৰূপ লাৱণ্য, গুপ্তধন, যশস্যা, সুখদাতা, পৰম গুৰু, পৰম দেৱতা আৰু পৰম সুহৃদ পুৰুষৰ আন

কোনো বস্তুৱে হব নোৱাৰে। মাতৃসকলে নৱজাত শিশুক যিদৰে ৰক্ষণাবেক্ষণ কৰে, পিতৃসকলে নিজৰ পুত্ৰক যেনেকৈ হিত কাৰ্য্যত নিয়োগ কৰে, ভাৰ্য্যাই বিষাদান্বিত স্বামীৰ খেদ দূৰ কৰি যিদৰে মনোৰঞ্জন কৰে সেইদৰে স্বৰ্গীয় কল্পলতা স্বৰূপ বিদ্যাইও পুৰুষৰ সকলো উদ্দেশ্য সাধন কৰে। কথিত আছে যে "ৰূপ যৌৱন সম্পন্না বিশাল কুল সম্ভবাঃ। বিদ্যা হীনা ন শোভন্তে নিৰ্গন্ধা ইৱ কিংশুকাঃ।" অৰ্থাৎ ৰূপ লাবণ্যযুক্ত সুদৰ্শন আৰু উচ্চ বংশজাত হলেও বিদ্যাহীন পুৰুষ সকল গোন্ধহীন মদাৰ ফুলৰ দৰে অনাদৃত হয়। পিতাকৰ কথা শুনি কমলাকৰে ঘৰৰ বাহিৰ ওলাই প্ৰতিজ্ঞা কৰিলে যে সি যেতিয়া বিদ্বান হব তেতিয়াহে আকৌ পিতৃৰ মুখ দৰ্শন কৰিব। ইয়াকে ভাবি বিদ্যাশিক্ষাৰ কাৰণে কাশ্মীৰ দেশলৈ যাত্ৰা কৰিলে আৰু তাত গৈ সিদক্ষ পণ্ডিত চন্দ্ৰ মৌলি ভট্টাচাৰ্য নামৰ আচাৰ্য্য এজনৰ ওচৰত বিদ্যা অধ্যয়নৰ কাৰণে প্ৰাৰ্থনা জনালে। আচাৰ্য্যৰ অনুমতি লাভ কৰাৰ পিছত কমলাকৰে গুৰু ভক্তি সহকাৰে অধ্যয়নত প্ৰবৃত্ত হ'ল আৰু অতি অল্প দিনৰ ভিতৰতে সি সকলো শাস্ত্ৰত পাৰ্গত হৈ উঠিল। সেয়েহে সাধুলোকে কয় যে "গুৰুশুশ্ৰূষয়া ৱিদ্যা পুস্কলেন ধনেন ৱা। অথৱা ৱিদ্যায়া ৱিদ্যা চতুৰ্থৈ'ল্লোপ লভ্যতে॥" অৰ্থাৎ একান্ত গুৰু ভক্তিৰ দ্বাৰা নাইবা প্ৰচুৰ ধন ক্ষয়ৰ দ্বাৰা অথবা বিদ্যাৰে বিদ্যা লাভ হব পাৰে কিন্তু আন কোনো চতুৰ্থ উপায়ৰ দ্বাৰা বিদ্যা লাভ কৰা দেখা নাযায়। কিছু কাল গুৰু গৃহত বাস কৰাৰ পিছত এদিনাখন আচাৰ্য্যৰ আজ্ঞা লৈ কমলাকৰে নিজ দেশলৈ উভতি আহোঁতে বাটত কাঞ্চি নগৰত প্ৰবেশ কৰিলে। সেই নগৰত ৰজা নৰেন্দ্ৰ সেনৰ পুৰীত নৱ মোহিনী নামেৰে এজনী অতি ৰূপৱতী কন্যা আছে আৰু সেই কন্যাজনীক দেখিলে সকলো পুৰুষেই বাসনা জ্বৰত পীড়িত হৈ উন্মাদ হৈ উঠে। যদি সেই কন্যাজনীৰ সঙ্গ লাভ কৰি কোনো পুৰুষ নিদ্ৰিত হয় তেতিয়া হলে বিন্ধ্যাচলবাসী এটা ৰাক্ষস তাতে উপস্থিত হৈ সেই শুই থকা পুৰুষক বধ কৰি থৈ গুচি যায়। কমলাকৰে সেই কৌতুহল



কথা জানিব পাৰিলে আৰু কিছু দিনৰ পিছত নিজ ঘৰত উপস্থিতহৈ পিতৃ মাতৃক সেৱা জনালে। গুৰু পুত্ৰ হিচাপে কমলাকৰে ৰজাক দেখা কৰিলত ৰজাই সুধিলে যে বিদেশত থকা কালত সি কিবা আচৰিত ধৰণৰ কথা দেখিলে নাইবা শুনিছে যদি ৰজাৰ আগত তাকে কব লাগে। তেতিয়া কমলাকৰে কাঞ্চী নগৰত থকা নৱমোহিনী কন্যা আৰু ৰাক্ষসৰ সংবাদ জনালে। তেতিয়া ৰজাই গুৰু পুত্ৰক লগতলৈ সেই নগৰত উপস্থিত হল আৰু নৱমোহিনী কন্যাক দেখি মুগ্ধ হ'ল। কন্যাজনীৰ ৰজাই অতিথি হোৱা দেখি যথা সিহিত শুশ্ৰূষা কৰাৰ পিছত কন্যাই ৰজাক শুবলৈ আহ্বান জনাই নিজেই টোপনিত পৰিল। ৰজাই হাতত তৰোৱাল লৈ ঘৰৰ ভিতৰত এচুকত ৰাক্ষসৰ আগমনৰ প্ৰতীক্ষাত গোপনে ৰৈ থাকিল। ৰাতি দুই প্ৰহৰ অতিবাহিত হ'ল আৰু নৱমোহিনী কন্যাজনীও নিদ্ৰাত অচেতন। সেই সময়তে নৰৰক্ত পিপাসু ৰাক্ষস তাত উপস্থিত হৈ ৰমণী গৰাকীক অকলে শুই থকা দেখিলে আৰু ভাবিলে যে আজি দ্বিতীয় পুৰুষৰ ইয়ালৈ আগমন হোৱা নাই। তেতিয়া ৰক্তপায়ী ৰাক্ষসে অশান্তি মনেৰে ঘৰৰ পৰা বাহিৰ ওলাই যাবলৈ ধৰোতেই ৰজাই তাক আক্ৰমণ কৰি বধ কৰিলে। টোপনিৰ পৰা সাৰ পাই কন্যাজনীয়ে ৰজাক সেৱা জনাই কলে যে ৰাক্ষসৰ অত্যাচাৰৰ পৰা ৰক্ষা কৰি আৰু ভৱিষ্যত বিপদৰ পৰা মুক্ত কৰি কন্যাজনীক ৰজাৰ দাসী কৰিলে। তাকে শুনি ৰজাই কলে হে কন্যা! যদি তুমি ৰজাৰ দাসী হবলৈ ইচ্ছা কৰিছা তেনেহলে এই 'কমলাকৰক' ভজনা কৰা। তাৰ পিছত বিধিমতে কমলা আৰু কন্যাজনীৰ বিবাহ কাৰ্য্য সম্পন্ন কৰি দি ৰজাই নিজ নগৰলৈ প্ৰত্যাগমন কৰিলে। অপেস্বৰীয়ে কলে যে এনেকুৱা পৰোপকাৰী গুণৰ অধিকাৰী হলে ভোজ ৰাজে বিক্ৰমাদিত্যৰ সিংহাসনত বহিব পাৰিব।

ৰজা ভোজে মৌন হৈ ৰ'ল।

———

# অপেস্বৰী—১০

ৰজা ভোজে সিংহাসনত বহিবলৈ যত্নপৰ হৈ যেতিয়াই অপেস্বৰীৰৰ মূৰত ভৰদি উঠিল তেতিয়াই মাত লগাই অপেস্বৰীয়ে কবলৈ ধৰিলে হে মহাৰাজ! বিক্রমাদিত্যৰ গুণৰ কথা শুনক— কোনো এদিনাখন এজন যোগী উজ্জয়িনী নগৰত পৰিভ্ৰমণ কৰিবলৈ আহিছিল। তেওঁ বেদ, বৈদ্যক শাস্ত্ৰ, গণিত শাস্ত্ৰ আৰু সঙ্গীতাদি নানাবিধ কলা বিদ্যাত অতি বিচক্ষণ আছিল। অধিক কথা কি সেই যোগীজনৰ নিচিনা আন কোনো শাস্ত্ৰজ্ঞ লোক নাছিল। তেওঁ সাক্ষাৎ সর্বজ্ঞ সদৃশ আছিল আৰু তেওঁৰ সুখ্যাতি দেশত চাৰিওপিনে বিয়পি পৰিছিল। ৰজা বিক্রমাদিত্যই সেই যোগীজনৰ যশস্যাৰো কথা শুনি তেওঁক আহ্বান কৰিবলৈ এদিন ৰাজ পুৰোহিতক পঠাই দিলে। পুৰোহিতজনে যোগীৰ ওচৰলৈ গৈ নমস্কাৰ জনাই কলে হে ঋষিবৰ! ৰজাই আপোনাৰ দৰ্শন কামনা কৰিছে। আপুনি ৰজাৰ কামনা পুৰণ কৰক। তেতিয়া পুৰোহিতৰ লগত আহি যোগীয়ে ৰজাৰ ওচৰত উপস্থিত হ'ল। যোগীয়ে কলে হে মহাৰাজ! আপুনি যদি এটা মাত্র মন্ত্র সাধন কৰি লয় তেনেহলে জৰা মৰণ বর্জিত হব পাৰিব। ঋষিৰ কথা শুনি ৰজাই সবিনয়ে মন্ত্ৰৰ প্ৰাৰ্থনা কৰিলত যোগীয়ে ৰজাক এটা শক্তি মন্ত্র প্রদান কৰিলে আৰু কলে যে এই শক্তি মন্ত্র ব্ৰহ্মচৰ্য্য ব্ৰত অৱলম্বন কৰি এবছৰ কাল জপ কৰাৰ অন্তত দুৰ্বাংকুৰৰ দ্বাৰা দশাংশে হোম কৰি পূৰ্ণাহুতি দিয়াৰ পিছত হাতত এটা ফলৰে সৈতে এজন পুৰুষৰ আবিৰ্ভাৱ হব আৰু সেই যজ্ঞ পুৰুষে দিয়া ফল ভক্ষণ কৰিলে বজ্ৰ কঠিন সদৃশ শৰীৰ ধাৰণ কৰি জৰা-মৰণ ৰহিত হৈ ৰজাই চিৰদিন সুখেৰে ৰাজ্য শাসন কৰি থাকিব পাৰিব। ইয়াকে কৈ ৰজাক আশীৰ্বাদ জনাই যোগীয়ে যথা স্থানলৈ গুছি গ'ল। যোগীৰ উপদেশমতে ৰজাই



এখন উপবনত এবছৰ কাল ধৰি শক্তি মন্ত্র আৰাধনাৰ শেষত যজ্ঞৰ পূৰ্ণাহুতিৰ সময়ত উথিত হোৱা পুৰুষৰ হাতৰ পৰা ফলটো গ্ৰহণ কৰি ৰাজধানীলৈ অহাৰ সময়ত বাটতে জীৰ্ণ শীৰ্ণ দেহৰ এজন কুষ্ঠ ৰোগাক্রান্ত মানুহৰ সৈতে দেখা দেখি হ'ল। ৰজাক দেখি ৰোগী মানুহজনে কবলৈ ধৰিলে হে মহাৰাজ আপুনি সাক্ষাত ঈশ্বৰ সদৃশ আৰু পিতৃ তুল্য। নাইবা শাস্ত্ৰত কয় যে "ৰাজা বন্ধুৰবন্ধুনাং ৰাজা চক্ষু ৰচক্ষুষাম্ ৰাজা মাতা পিতা চৈব সৰ্ব্বস্যাৰ্ত্তি হৰো গুৰু:" ॥ অৰ্থাৎ ৰজা বন্ধুহীন জনৰ পৰম বন্ধু, চক্ষুহীন জনৰ নয়নমনি, ৰজা পিতৃ মাতৃহীন জনৰ মাতা পিতা আৰু পীড়া হৰণকাৰী পৰম গুৰু। শৰীৰ সকলো ধৰ্ম্ম সাধনৰ মূল, গতিকে শৰীৰ ৰক্ষাৰ কাৰণে ৰোগীজনে ৰজাক নিবেদন জনালে। সেই কথা শুনি দয়াপৰবশ হৈ ৰজাই যজ্ঞত লাভ কৰা ফলটো ৰোগীক্রান্ত লোক জনক খাবলৈ দি ৰাজধানীলৈ প্ৰত্যাপ্ৰৱৰ্ত্তন কৰিলে। অপেস্বৰীয়ে কলে হে ৰজা; আপুনি বিক্রমাদিত্যৰ দৰে দয়াশীল হলে এই সিংহাসনত বহ'ক। ৰজা ভোজে একো নেমাতিলো।

—×—

# অপেশ্বৰী—১১

ভোজৰজাই সিংহাসনত আৰোহণ কৰিবলৈ যাওঁতে অপেশ্বৰীয়ে মাত লগাইছিল হে মহাৰাজ ৰজা বিক্ৰমাদিত্যৰ ৰাজ্যত খলুৱা প্ৰকৃতিৰ লোক, তস্কৰ. আৰু পাপ আচৰণকাৰী কোনো নাছিল। সৰ্ব্বদায় ৰাজ্যভাৰ আৰু বলৱান বৈৰী বিজয়ৰ চিন্তা কৰোতে ৰাতিও সুখেৰে টোপনি যাব পৰা নাছিল। নাইবা সাধুলোকে কয় "অৰ্থাতুৰাণাং ন পিতা ন বন্ধুঃ কামাতুৰাণাং ন ভয়ং ন লজ্জা। চিন্তাতুৰাণাং ন সুখংন নিদ্ৰা ক্ষুধাতুৰাণাং ন ৱলং ন তেজঃ॥ অৰ্থাৎ অৰ্থচিন্তা- কাৰীজনে পিতৃ নাইবা বন্ধু সম্পৰ্ক কোনো লোকক লগত নেৰাখে সেইদৰে কামাতুৰ লোকৰ মনত ভয় অথবা লজ্জা একোকে নেথাকে, চিন্তাক্লিষ্টসকলৰ অন্তৰত সুখ আৰু সুখ নিদ্ৰা থাকিব নোৱাৰে, ক্ষুধাতুৰ সকলৰ শৰীৰৰ বল আৰু তেজ দেখা নেযায়। ৰজাই ৰাজ্যৰ সমস্ত যাযক সকলক নিজৰ অধীনত আশ্ৰয় দি ৰাখি যথাযোগ্য আজ্ঞা পালনৰ বাবে আদেশ কৰিছিল। কথিত আছে যে ৰাজ্যত বাস কৰাৰ ফল ৰাজাদেশ পালন কৰা, ব্ৰহ্মচৰ্য্যাৰ ফল তপস্যা মাত্ৰ, বিদ্যাৰ ফল জ্ঞান লাভ আৰু ধনৰ ফল দান আৰু ভোগ মাত্ৰ। বিক্ৰমাদিত্যই এসময়ত মন্ত্ৰী সকলৰ ওপৰত ৰাজ্যৰ ভাৰ অৰ্পণ কৰি ছদ্মবেশেৰে দেশ ভ্ৰমণৰ দ্বাৰা প্ৰজা সমূহৰ অৱস্থাৰ বিষয়ে বুজ লৈছিল। যি ঠাইত ৰজাৰ মনত সুখ লাগে আৰু যত আচৰিত ধৰণৰ কথা শুনিব পায় তাতেই কিছুদিন অতিবাহিত কৰে। এদিনাখন এখন উপবনত প্ৰাকৃতিক দৃশ্য চাই আপোন পাহৰি ঘূৰি থাকোতে বেলি মাৰ যোৱা দেখি এজোপা প্ৰকাণ্ড গছৰ তলত আশ্ৰয় কৰি ৰাতিটো যাপন কৰিবলৈ মন কৰিলে। সেই গছ জোপাত চিৰঞ্জীৱ নামৰ এটা বৃদ্ধ পক্ষীৰাজ বাস কৰিছিল।



সেই পক্ষীৰ পুত্ৰ-পৌত্ৰাদি সকলে দিনৰ ভাগত দিশ বিদিশ ঘূৰি নিজৰ আহাৰ খায় আৰু সন্ধিয়া বাঁহলৈ উভতি আহোঁতে বৃদ্ধ পক্ষীৰ কাৰণে প্ৰত্যেকে অলপ খাদ্য বস্তু আনে। শাস্ত্ৰত উক্তি আছে যে বৃদ্ধৌ মাতা পিতাৰৌ সাধ্বী ভাৰ্য্যা সুত শিশুঃ। অপ্য- কাৰ্য্য শতংকৃত্বা ভৰ্ত্তব্যা মনুৰব্ৰৱৎ॥ অৰ্থাৎ বৃদ্ধ পিতা মাতা, সতী সাধ্বী ভাৰ্য্যা আৰু শিশু পুত্ৰ সকলক শত নিন্দিত কাৰ্য্য সমাধা কৰিও সেই সকলক ভৰণ পোষণ কৰিব লাগে বুলি মনুৱে উল্লেখ কৰি থৈছে। ৰজাই গছৰ গুৰিত থকা দিনাখন বুঢ়া চৰাইটোৱে ৰাতি তাৰ পৰিয়ালবৰ্গক সুধিলে হে বাছাহঁত। বুঢ়া বয়সত অলৰ অচৰ হোৱা বাবে মই (পক্ষী) সদায় বাঁহতে পৰি থাকিব লাগে। তহঁতে দিনৰ দিনটো বহু ঠাইত বিচৰণ কৰি ঘূৰোতে কৰবাত কিবা আচৰিত কথা দেখিছা নাইবা শুনিছা যদি তাৰ বৰ্ণনা দি বুঢ়াৰ মনত সুখ দিব লাগে। তাকে শুনি পক্ষী এটাই কবলৈ ধৰিলে যে কোনো ৰকমৰ আচৰিত কথা সি দেখি অহা নাই, কিন্তু এটা দুঃখ জনক কথা শুনি আহিছে আৰু তাৰ বৃত্তান্ত কলেই বা কি লাভ হব। কথাটো শুনি অহাৰ পিছৰ পৰা পক্ষীটোৰ মনত শান্তি নাই আৰু সি তেতিয়াৰ পৰাই নীৰাহাৰে আছে। বৃদ্ধ পক্ষীয়ে কলে যে নিজৰ মনোকষ্টৰ কথা বন্ধু বান্ধৱৰ আগত প্ৰকাশ কৰিলে মনোদুখৰ কিছু লাঘৱ হয়। তেতিয়া চৰাইটোৱে কবলৈ ধৰিলে যে উত্তৰ দিশত শৈৱাল পৰ্বতৰ ওচৰত পলাশ নগৰ নামে এখন ঠাই আছে সেই পৰ্বতৰ পৰা এটা ৰাক্ষস পলাশ নগৰলৈ আহি সমুখত যাকে পায় তাকে পৰ্বতলৈ ধৰি নি বধ কৰি খায়। এইদৰে ৰাক্ষসে সদায় নৰ বধ কৰি নগৰীয়া লোক সকলৰ মনত শান্তি নাইকীয়া কৰিলে। এদিনাখন সেই নগৰৰ লোক সকলে লগ লাগি নৰখাদক ৰাক্ষসক প্ৰাৰ্থনা জনালে যে সেই দিনৰ পৰা ৰাক্ষসৰ উদৰ পুৰণৰ হকে প্ৰতিদিনে এজন মানুহ সাজুহৈ থাকিব আৰু সেই জনকহে ৰাক্ষসে মাৰিব লাগে। তাৰ পৰিৱৰ্ত্তে যেই সেই মানুহক

হত্যা কৰিব নেলাগে। সেই কথাত ৰাক্ষস সম্মত হোৱাত বহু দিন ধৰি সেই ঠাইত নৰহত্যা কাৰ্য্য চলি আহিছে। এই কথা শুনি অহাৰ পিছদিনাখন চৰাইটোৰ পূৰ্বজন্মৰ বন্ধু পঞ্চ মহাযজ্ঞৰ অনুষ্ঠানকাৰী ব্ৰাহ্মণ এজনৰ একমাত্ৰ পুত্ৰ ওপৰত ৰাক্ষসৰ বধ্য হোৱাৰ পাল পৰিছে। ব্ৰাহ্মণ-পুত্ৰ নিধন হলে ব্ৰাহ্মণৰ সন্ততিৰ বিনাশ হয় আৰু ব্ৰাহ্মণ বংশহীন হয়, ব্ৰাহ্মণ নিজে ৰাক্ষসৰ বলি হলে ব্ৰাহ্মণীয়ে বিষম বৈধব্য যন্ত্ৰনা ভোগ কৰিব লাগিব আৰু যদি ব্ৰাহ্মণীক ৰাক্ষসক দান কৰা যায় তেতিয়া হলে ব্ৰাহ্মণৰ গাৰ্হস্থ্যাশ্ৰম ভ্ৰংশ হয় ইত্যাদি কাৰণত চৰাইটোৰ মনত দুঃখ জন্মিছে। তাৰ কথা শুনি গছত থকা অন্যান্য চৰাইবোৰে কবলৈ ধৰিলে যে যি জন পৰৰ দুঃখত দুঃখী, লোকৰ সুখত সুখী হব পাৰে সেই জনকেই মানুহৰ প্ৰকৃত বন্ধু বুলি কোৱা হয়। চৰাইবোৰৰ পৰস্পৰৰ কথাবোৰ শুনি গছ জোপাৰ তলত থকা ৰজা বিক্ৰমাদিত্যাই ৰাতিপুৱা পলাশ নগৰ ওলালগৈ আৰু সেই ব্ৰাহ্মণক অভয় দান দি ব্ৰাহ্মণপুত্ৰৰ পৰিৱৰ্ত্তে ৰজাই ৰাক্ষসৰ উদ্দেশ্যে গমন কৰিলে। ৰজাই তাতে সৰোবৰত স্নান কৰি উঠি ৰাক্ষসৰ আগমনৰ অপেক্ষা কৰি হাঁহি মুখে বধ্যশিলাৰ ওপৰত বহি থাকিল। তাৰ পিছত যথা সময়ত ৰাক্ষসে দূৰৈৰ পৰাই দেখিলে যে এজন মানুহে কোনো ৰকমৰ শোক প্ৰকাশ নকৰি হাঁহি মুখে শিলাখণ্ডৰ ওপৰত বৈ আছে। কোনো দিনে সেই ৰাক্ষসে তালৈ অহা মানুহক হাস্য বদনে থকা দেখা নাই। কাৰণ তালৈ অহাজন মৃত্যু ভয়ত শঙ্কিত হৈ ৰাক্ষস অহাৰ পূৰ্বতেই মৃত প্ৰায় হোৱাৰ দৰে থাকে। কথিত আছে যে "মৰিষ্যামীতি যদ্দুঃখং পুৰুষস্যোপ জায়তে। শক্যতে নানুজানেন তদৱক্তুং কেনচিৎ ক্কাচিৎ"॥ অৰ্থাৎ নিশ্চিত মৃত্যু মুখত পতিত পুৰুষৰ অন্তৰত যি মনো দুঃখ ওপজে সেই দুঃখৰ কথা কেতিয়াও কোনেও অনুমানৰ দ্বাৰা জানিবৰ সমৰ্থ নহয়। ৰাক্ষসে সুধিলে হেৰ মানুহ! মৃত্যুৰ আগমুহূৰ্ত্তত পুৰুষৰ সমস্ত ইন্দ্ৰিয় নিস্তেজ আৰু শিথিল হয় অথচ মৰণ



নিশ্চিত জানিও তোমাৰ শৰীৰ অধিক সতেজ দেখা গৈছে আৰু আনন্দ প্ৰকাশ কৰি আছা, কোন তুমি? ৰজাই নিৰ্ভীক হিচাপে উত্তৰ দিলে হে ৰাক্ষস! পৰিচয়ৰ প্ৰয়োজন নাই আৰু তোমাৰ কাম সমাধা কৰা। তাকে শুনি ৰাক্ষসে ভাবিলে যে সাধুলোকে কয় "পশৱোহাপিহি জীৱন্তি কেৱলাঃ স্বদোৰোত্তৰাঃ তস্যৈৱ জীৱিতং শ্লাঘ্যং যঃ পৰাৰ্থে হিজীৱতি"॥ অৰ্থাৎ পশুবোৰেও আহাৰ খাই জীৱন ধাৰণ কৰি থকা দেখা যায় কিন্তু যি লোকে পশুৰদৰে নেথাকি পৰৰ কাৰণে জীৱন দান কৰে তেওঁৰ জীৱনেই প্ৰশংসনীয়। আকৌ ৰাক্ষসে ভাবিলে যে চন্দন বৃক্ষ তাৰ নিজৰ শিতলতাৰ বাবে সৃষ্টি হোৱা নাই। সেইদৰে পৰোপকাৰ প্ৰযত্নৱান পুৰুষে সকলো সম্পদকেই লাভ কৰে আৰু সাধু-পুৰুষ বুলি খ্যাতি লভি পৰৰ কাৰণে জীৱন দান দিবলৈ কুণ্ঠাবোধ নকৰে। ৰাক্ষসে কলে হে সাহসীপুৰুষ! তোমাৰ প্ৰতি মই সন্তুষ্ট হৈছো গতিকে কি বৰ লাগে লোৱা। তেতিয়া ৰজাই ৰাক্ষসক পাপ কাৰ্য্য নৰহত্যা কৰাৰ পৰা বিৰত থাকিবলৈ কলে। অৱশেষত ৰাক্ষসে বিক্ৰমাদিত্যক ৰজা বুলি জানিব পাৰি সেৱা জনাই তাৰ পৰা গুচি গ'ল আৰু সেই দিনৰ পৰা নগৰবাসী সকলে সুখে শান্তিৰে বাস কৰিব ধৰিলে। অপেস্বৰীয়ে কলে হে মহৰাজ এনে পৰোপকাৰী গুণ আপোনাৰ আছে যদি সিংহাসনত বহিব পাৰিব।

ৰজাই নিৰুত্তৰ হ'ল।

---

# অপেস্বৰী—১২

ৰজা ভোজে সিংহাসনত উঠিবলৈ যাওঁতে অপেস্বৰীয়ে মাত লগালে— হে মহাৰাজ! ৰজা বিক্ৰমাদিত্যৰ কাহিনী শ্ৰবণ কৰক। বিক্ৰমাদিত্যৰ ৰাজত্ব কালত তেওঁৰ নগৰত ভদ্ৰসেন নামৰ এজন বনিক আছিল। ভদ্ৰসেনৰ অপাৰ সম্পত্তি আছিল কিন্তু তেওঁ ধন খৰচ কৰিব নোৱাৰিছিল। কিছু কালৰ পিছত বনিকৰ মৃত্যু হোৱাত তেওঁৰ পুতেক পুৰন্দৰে সকলোবোৰ পিতৃ সম্পত্তিৰ অধিকাৰী হৈ উঠিল। পুৰন্দৰ উদাৰ প্ৰকৃতিৰ লোক হোৱা কাৰণে নিঃকিন দুখীয়া লোক সকলক মুক্তহস্তে দান দিবলৈ ধৰিলে। তাকে দেখি পুৰন্দৰৰ প্ৰিয় বন্ধু অইন এজন সদাগৰৰ পুতেক ধনপতিয়ে কবলৈ ধৰিলে হে সখি পুৰন্দৰ! তুমি বনিকৰ বংশধৰ হৈ ক্ষত্ৰিয় ৰাজ কুমাৰৰ দৰে ধন খৰচ কৰাটো উচিত হোৱা নাই। বনিক সকলে যি কোনো উপায়ে ধন উপাৰ্জন কৰে, কিন্তু অধিক হিচাপে এক কপৰ্দ্দকও ব্যয় কৰাটো তেওঁলোকৰ জাতীয় চৰিত্ৰ নহয়। পৰিশ্ৰমৰ দ্বাৰা লাভ কৰা ধন বিপদ কালৰ কাৰণে সঞ্চয় কৰাটো সকলো লোকৰে কৰ্ত্তব্য কিয়নো কথিত আছে যে— "আপদৰ্থে ধনং ৰক্ষেৎ দাৰান ৰক্ষেৎ ধনৈ ৰপি। আত্মানং সততং ৰক্ষেৎ দাৰৈৰপি ধনৈৰপি ॥ অৰ্থাৎ, আপদ বিপদৰ কাৰণে ধন ৰক্ষা কৰিব লাগে আৰু ধনৰ দ্বাৰা পৰিবাৰ আদিক ৰক্ষা কৰাটো উচিত। কিন্তু পৰিবাৰ নাইবা ধনৰ দ্বাৰাও নিজৰ আত্মাক ৰক্ষা কৰিব লাগে। বন্ধুৰ কথা শুনি পুৰন্দৰে ক'লে হে মিত্ৰ! বিপদৰ কাৰণে ধন সাঁচি ৰখাটো যুক্তি হীন কথা কিয়নো সঞ্চয় কৰি ৰখা ধনে কেতিয়াও বিপদক বাধা দি ৰাখিব নোৱাৰে তাৰ উপৰিও মানুহৰ যেতিয়া বিপদ আহে তেতিয়া ধনো



শেস হোৱা দেখা যায়। এতেকে অতিতৰ কাৰণে শোক কৰা আৰু ভৱিষ্যত অৰ্থ চিন্তা কৰা বুদ্ধিমান লোকৰ কাম নহয়। যিটো হব লগা আছে যত্নপৰ নহলেও সেইটো হোৱা দেখা যায় আৰু যি হব লগা আছে তাক কোনেও ৰক্ষা কৰিব নোৱাৰে। সেয়েহে সাধু সকলে কয় যে "গতে শোকো ন কৰ্ত্তব্যো ভাৱিনং নৈৱ চিন্তয়েৎ। ৱৰ্ত্তমানেষু কালেষু চিন্তয়ন্তি বিচক্ষণাঃ।।" অৰ্থাৎ অতীতৰ কাৰণে চিন্তা কৰাটো উচিত নহয়, আগলৈ কি হব সেই বিষয়েও ভাবি থাকি লাভ নাই, গতিকে বৰ্ত্তামানক লৈ চলি থকাটোৱে বুদ্ধিমানৰ কাম। ইয়াকো দেখা যায় যে মানুহৰ সৌভাগ্য আৰু দুৰ্ভাগ্য নভবা নিচিন্তাকৈয়ে অহা যোৱা কৰে। ভাগ্য লক্ষ্মী পেৰাৰ ভিতৰত থাকিলেও আহিবৰ সময়ত সি ওলাই আহে আৰু যাবৰ সময়ত দুৱাৰ বন্ধ কৰি থলেও ঘৰৰ মুধা ফাটি যোৱাৰ দৰে ই গুচি যায়। এতেকে লক্ষ্মী স্বৰূপ ধন সম্পত্তিৰ অহা যোৱা সম্পৰ্কে কথিত আছে যে" আগচ্ছতি যদ্যলক্ষ্মীঃ নাৰিকেল জলাম্বুৱৎ। নিৰ্গচ্ছতি যদালক্ষ্মীঃ গজভূক্ত কপিত্থ ৱৎ"॥ অৰ্থাৎ নাৰিকলৰ ভিতৰত পানীৰ সৃষ্টি হোৱাৰ দৰে কোনেও নজনাকৈয়ে লক্ষ্মীৰ আগমন হোৱাৰ দৰে লক্ষ্মী যোৱাৰ সময়ত হাতীয়ে ঔটেঙা খোৱাৰ দৰে নিশ্চিহ্ন হৈ যায়। পুৰন্দৰৰ কথাবোৰ শুনাৰ পিছত ধনপতি নিৰুত্তৰ হ'ল আৰু সি যথাস্থানলৈ গুচি গল। কালক্ৰমত সকলোবোৰ পিতৃ-সম্পত্তি খৰচ কৰাৰ ফলত পুৰন্দৰ ধনহীন হৈ পৰিল আৰু বন্ধু মিত্ৰ আদি জ্ঞাতি কুটুম সকলেও তাক আগৰ দৰে সন্মান নকৰা হল। আনকি ধন থকা অৱস্থাত যি সকলে পুৰন্দৰৰ সঙ্গ আগ্ৰহেৰে লাভ কৰিব বিছাৰিছিল সেই সকল লোকেও ধনহীন পুৰন্দৰৰ লগত কথা বতৰা নপতা হ'ল আৰু একে লগহৈ একে ঠাইত থাকিবলৈ লাজ পোৱা হ'ল। নাইবা প্ৰবাদ আছে যে যাৰ ধন আছে জগতত তেওঁৰ বন্ধু বান্ধৱ আছে, ক্ষমতা আছে, তেওঁৱেই ধনী মানী পণ্ডিত বুলি গন্য মান্য হৈ উঠা দেখা যায়। সংসাৰত

ধনহীন পুৰুষজন তুলাতকৈও পাতল বুলি ভবা হয়। ফলত দেখা যায় যে যাৰ ধনৰূপ কাঞ্চন আছে তেওঁৱেই গুনী, বেদজ্ঞ, ৰূপৱান, শ্ৰেষ্ঠ বংশজাত বুলি প্ৰায় সকলো লোকৰ প্ৰিয় পাত্ৰ হয়। বনাগ্নিয়ে (বনপোৰাজুই) উদ্‌ভিদ সমূহ ধ্বংস কৰিবৰ সময়ত বায়ুৰ (বতাহৰ) যি প্ৰভাৱ দেখা যায় ক্ষুদ্ৰ প্ৰদীপ (চাকি) এটা নুমুওৱাৰ সময়ত তাৰ কোনো গৌৰৱ প্ৰকাশ পোৱা পৰিলক্ষিত নহয়। গতিকে ধনহীন জনৰ গৌৰৱৰ কথা কোনো লোকৰেই লক্ষনীয় নহয়। লোক সমাজত দৰিদ্ৰ হৈ জীৱন যাপন কৰাতকৈ মৰণেই শ্ৰেয়। কোনো এজন ধনহীন পুৰুষে তাৰ মৃত বন্ধুক শ্মশানলৈ সৎকাৰৰ অৰ্থে লৈ যাওঁতে উদ্দেশ্য কৰি কৈছিল হে সখি তুমি চিতাৰ পৰা উঠি আহি ক্ষণমাত্ৰ মোৰ (জীৱীত বন্ধুৰ) দাৰিদ্ৰ্য গ্ৰহণ কৰা আৰু তোমাৰ (মৃত জনৰ) মৃত্যু জনিত দুঃখ সহনশীল হয়নে নহয় এবাৰ চাই লওঁ। দৰিদ্ৰ বন্ধুৰ কথা শুনি মৃত শ্মশানগামী সখি জনে যেন "দাৰিদ্ৰ্যতকৈ মৰণেই শ্ৰেয় বুলি ভাবি কোনো উত্তৰকেই নিদিলে। আন কোনো এজন দ্ৰৰিদ্ৰ ব্যক্তিয়ে স্তুতি কৰাৰ ছলেৰে দাৰিদ্ৰ্যক নিন্দা কৰি কৈছে হে দ্ৰাৰিদ্ৰ্য! তোমাক নমস্কাৰ! কিয়নো দ্ৰৰিদ্ৰ-তাৰ কাৰণে দৰিদ্ৰই সিদ্ধ পুৰুষৰ দৰে কাল কটাব ধৰিছে। কাৰণ দৰিদ্ৰৰ কোনো সঙ্গ নাই, তাক কোনেও বিশ্বাস নকৰে, আদৰো নকৰে, দৰিদ্ৰ জীয়াই থাকিলেও মৃত প্ৰায়, সন্তান সন্ততি থাকিলেও দৰিদ্ৰ বংশ হীনৰ দৰে থাকিব লগাত পৰে ইত্যাদি কথাবোৰ ভাবি পুৰন্দৰে দেশান্তৰি হৈ ওলাই গল। সি পৰিভ্ৰমণ কৰি হিমালয় পৰ্বতৰ ওচৰত থকা এখন নগৰত উপস্থিত হল। সেই নগৰৰ ওচৰত এখন বেণুবন (বাহঁৰ বাৰী) আছে। পুৰন্দৰে ৰাতি বনত এজনী ৰমনীৰ আৰ্ত্তনাদৰ ধ্বনি শুনিছিল। ৰাতিপুৱা নগৰ বাসী সকলৰ পৰা জানিব পাৰিলে যে নিতৌ গভীৰ ৰাতি বেনু বনৰ ভিতৰৰ পৰা কোনোবা তিৰোতাৰ ক্ৰন্দনৰ বোল শুনা যায়, কিন্তু ভয়তে কোনেও তালৈ নেজায় নাইবা সেই বিষয়ে কোনো



অনুসন্ধানো নকৰে। সেই কথা শুনি পুৰন্দৰে তিৰোতা জনীৰ প্ৰতি দয়া পৰবশ হৈ নিজ নগৰলৈ উভতি আহি বিক্ৰমাদিত্য ৰজাৰ আগত সকলো কথা বিবৰি কলে। ৰজাই সেই কৌতুহল কথা শুনি পুৰন্দৰক লগত লৈ হিমালয়লৈ যাত্ৰা কৰিলে আৰু তাতে গৈ ৰাতি বেণুবনৰ মাজত তিৰোতাৰ ৰোদন ধ্বনি শুনাৰ বাবে অপেক্ষা কৰি থাকিল। আগৰ নিচিনাকৈ সেইদিনাখনো দোভাগ ৰাতি বনৰ মাজত তিৰোতাৰ করুন চিঞৰ বাখৰ শুনা গ'ল আৰু ৰজাই গৈ দেখিলে যে এটা ৰাক্ষসে এজনী অনাথা যুৱতী তিৰোতাৰ ওপৰত ভয়ঙ্কৰ অত্যাচাৰ আৰম্ভ কৰিছে। ৰমনী গৰাকীয়ে সেই দুঃখতে কান্দিব ধৰিছে। ৰজাই ৰাক্ষসক সুধিলে—অৰে পাপিষ্ঠ! নিৰাশ্ৰয়া ৰমণীৰ ওপৰত এনে পাপ কাৰ্য্য কিয় কৰিছা? উত্তৰত ৰাক্ষসে কলে যে আনৰ ক্ষমতাত বাধা নিদি নিজৰ গন্তব্য স্থানলৈ যোৱাটো উচিত নহলে ৰজাইও মৃত্যু মুখত পৰিব বুলি ৰাক্ষসে কলে। ৰাক্ষসৰ কথাত ৰজা ক্ৰোধান্বিত হ'ল আৰু দুয়োৰে মাজত যুদ্ধ লাগিলত ৰজাই অনায়াসে ৰাক্ষসক নিধন কৰিলে। তেতিয়া সেই অৱলা গৰাকীয়ে ৰজাৰ ভৰিত পৰি কবলৈ ধৰিলে হে প্ৰভু! আপোনাৰ অনুগ্ৰহতেই মোৰ শাপৰ অৱসান ঘটিল আৰু দুঃখ সাগৰৰ পৰা মুক্তি কৰিলে। ৰজাই সুধিলে তুমি কোন? তেতিয়া তিৰোতাজনীয়ে কবলৈ ধৰিলে যে সেই নগৰত মহাধনশালী এজন ব্ৰাহ্মণ আছিল আৰু তেওঁ ব্ৰাহ্মণৰ ভাৰ্য্যা আছিল। কিন্তু তিৰোতাজনী ব্যাভিচাৰিণী হোৱা কাৰণে ব্ৰাহ্মণৰ প্ৰতি প্ৰীতি ভাৱ নাছিল যদিও তিৰোতাজনীৰ প্ৰতি স্বামী ব্ৰাহ্মণৰ স্নেহ অটুট আছিল। ৰূপ লাৱণ্যত গৰ্বিতা হৈ তেওঁ কোনো দিনে স্বামীৰ সংগ লোৱা নাছিল। মৃত্যুৰ সময়ত স্বামীয়ে তিৰোতাজনীক ৰাক্ষসৰ দ্বাৰা আজীৱন ধৰ্ষিতা হব বুলি অভিশাপ দিয়াৰ কাৰণে তেওঁৰ এনে অৱস্থা হৈছে। তিৰোতাজনীয়ে স্বামীৰ ওচৰত অভিশাপ মোচনৰ প্ৰাৰ্থনা জনাই কৃত কৰ্মৰ বাবে ক্ষমা খুজিলে। তেতিয়া ব্ৰাহ্মণে কলে যে যিদিনাখন কোনো দয়ালু বীৰ

পুৰুষে ৰাক্ষসক বধ কৰিবলৈ সমৰ্থ হব সেই দিনা তিবোতাৰ শাপ মুক্ত হ'ব আৰু ব্ৰাহ্মণৰ সমগ্ৰ ধন সেই ৰীৰ পুৰুষজনক দান দিব লাগিব। এতেকে আপুনি দয়ালু পুৰুষ আৰু ব্ৰাহ্মণৰ সকলো সম্পত্তিকেই আপোনাৰ হাতত অৰ্পণ কৰিলো। ইয়াকে কৈ ৰমণীয়ে ৰজাক সেৱা জনালে। তাকে শুনি ৰজাই সকলো ধনেৰে সৈতে ৰমণীজনীকো পুৰন্দৰক গতাই দিলে আৰু আটাইকেইজনে উজ্জয়িনী নগৰলৈ উভতি আহিল। অপেস্বৰীয়ে কলে হে মহাৰাজ। যদি আপোনাৰো তেনে-কুৱা দয়া গুণ আছে তেতিয়া হ'লে এই সিংহাসন গ্ৰহণ কৰাত একো আপত্তি নাই।

ৰজাই মনে মনে ৰ'ল।

———

# অপেস্বৰী—১৩

পুনৰায় ভোজ ৰজাই সিংহাসনত বহিবলৈ যাওঁতে অপেস্বৰীয়ে মাত লগালে হে মহাৰাজ! ৰজা বিক্ৰমাদিত্যৰ কথা শুনক। এসময়ত বিক্ৰমাদিত্যই তেওঁৰ মন্ত্ৰীবৰ্গৰ ওপৰত ৰাজ্যৰ ভাৰ গতাই দি, নিজে যোগীবেশ ধাৰণ কৰি পৃথিবী পৰ্য্যটন কৰিবলৈ ওলাল। ৰজাই পৰি-ভ্ৰমণ কৰি কৰি এখন নগৰত উপস্থিত হৈ দেখিলে সেই ঠাইত দেৱালয় এখন আছে আৰু তাৰ ওচৰেৰে পূত সলিলা নদী এখন প্ৰৱাহিত হৈ আছে। অনেক যাত্ৰীয়ে নদীত স্নান কৰি দেৱালয়ত পূজা অৰ্চ্চনা কৰে আৰু তাতে এজন মহান ব্যক্তিয়ে যাত্ৰীসকলৰ আগত পুৰাণ শাস্ত্ৰ পাঠ কৰি শুনায়। ৰজাইও অন্যান্য যাত্ৰীসকলৰ লগত স্নান কাৰ্য্য সমাপণ কৰি দেৱালয়ত দেৱতা দৰ্শন কৰাৰ পিছত পুৰাণ শ্ৰৱণ কৰিবলৈ পোৰানিকজনৰ ওচৰত আসন ল'লে। তেতিয়া পুৰাণ শাস্ত্ৰজ্ঞজনে ব্যাখ্যা কৰিলে যে "অনিত্যানি শৰীৰাণি ৱিভৱো নৈৱ শাশ্বতঃ! নিত্যং সন্নিহিতো মৃত্যুঃ কৰ্ত্তব্যো ধৰ্ম সংগ্ৰহঃ॥" অৰ্থাৎ, এই শৰীৰ অস্থায়ী, বিভৱসমূহ ক্ষণস্থায়ী, মৰণ একেবাৰে ওচৰতে আছে বুলি ভাবি ধৰ্ম আচৰণ কৰিব লাগে। কোটি কোটি ধৰ্ম গ্ৰন্থত ধৰ্ম সঞ্চয় কৰা সম্পৰ্কে যি উক্তি কৰা আছে সেই ধৰ্ম সৰ্বস্ব বাক্য সমূহ পালন কৰা সকলোৰে কৰ্ত্তব্য। পৰোপকাৰ সাধন কৰাটো পূণ্য লাভৰ কাৰণে হয় আৰু পৰ পীড়ণ কাৰ্য্য কৰাটো পাপ সঞ্চয়ৰ মূল বুলি শাস্ত্ৰই কয়। যি ব্যক্তিয়ে দুঃখী জীৱ সকলক দেখি নিজেও দুঃখ অনুভৱ কৰিব পাৰে সেইপুৰুষজনে নিত্য ধৰ্মৰ বিষয়ে অবগত আছে। যি লোকে ভয় ভীত প্ৰাণীসকলক অভয় দি আশ্ৰয় প্ৰদান কৰে সেই নৰ দেহীৰ বাবে সংসাৰত শ্ৰেষ্ঠ ধৰ্ম

অইন একোৱে হব নোৱাৰে। অভয় দান কৰাটো জীৱন দান কৰাৰ সমান ধৰ্ম হয় আৰু আন কোনো ৰকমৰ দান যজ্ঞৰ অনুষ্ঠান কৰিলেও অভয় দানৰ তুল্য হব নোৱাৰে। যি মানুহে দয়াপৰৱশ হৈ সমস্ত জীৱকেই অভয়দান দিব পাৰে কল্পান্ত কাল হলেও সেইজনৰ পূণ্যৰ ফল ক্ষয় নহয়। সুৱৰ্ণ, ধেনু, ভূমিদানকাৰী লোক পৃথিৱীত সুলভ হ'ব পাৰে, কিন্তু সকলো জীৱৰ প্ৰতি দয়াশীল লোক পোৱাটো সংসাৰৰ ভিতৰত দুৰ্ল্লভ বুলি জানিব। মহৎ অশ্বমেধ আদি যজ্ঞসমূহৰ ফল কালক্ৰমত ক্ষয় প্ৰাপ্ত হয় কিন্তু অভয়দান স্বৰূপ যজ্ঞৰ ফল অক্ষয় হৈ ৰয়। যিজনে প্ৰতি মূহুৰ্ততে বিনাশশীল, অনিত্য শৰীৰৰ দ্বাৰা ধৰ্মৰ উপাৰ্জন কৰা নহয় সেই জনেই মূঢ় বুলি পৰিচিত হয় আৰু সেইজনৰেই জীৱন দশাত শোচনীয় অৱস্থা হয়। যদি প্ৰাণীসকলৰ বাৰে এই দেহ নিয়োজিত কৰা নহয় তেনেহলে আনকি কামৰ দ্বাৰা জগতৰ উপকাৰ সাধন কৰা হব। এনেদৰে পুৰান শাস্ত্ৰ কীৰ্ত্তন কৰি থকা সময়ত কোনো এজন বৃদ্ধ ব্ৰাহ্মণ তেওঁৰ পত্নীৰে সৈতে নদী পাৰ হওঁতে পানীৰ মাজত নাও ডুবিল আৰু তেতিয়া ব্ৰাহ্মণে ৰক্ষা কৰা, ৰক্ষা কৰা" বুলি চিঞঁৰিবলৈ ধৰিলে। তাতে থকা সকলো মানুহে সেই কাতৰ কণ্ঠস্বৰ শুনি নদীৰ পাৰত উপস্থিত হ'ল, কিন্তু কোনো এজন লোকেও বৃদ্ধ ব্ৰাহ্মণক উদ্ধাৰ কৰিবৰ যত্নপৰ হোৱা দেখা নগল। নদীৰ প্ৰবল সোঁতত পৰি মৃত্যু ভয়ত ৰোদন পৰায়ণ ব্ৰাহ্মণক উদ্ধাৰ কৰিবৰ কাৰণে ৰজা বিক্ৰমাদিত্যই "ভয় নাই, ভয় নাই" বুলি দৌৰি গৈ নদীত জপিয়াই পৰিল আৰু সেই বৃদ্ধ দম্পতী হালক মৰণৰ পৰা ৰক্ষা কৰি পানীৰ মাজৰ পৰা নদীৰ পাৰলৈ তুলি আনিলে। অলপ সুস্থ হোৱাৰ পিছত ব্ৰাহ্মণে ৰজাক কবলৈ ধৰিলে, হে মহান পুৰুষ! পূৰ্বতে আমাক পিতৃ -মাতৃয়ে জন্ম দিছিল আৰু আজি নিশ্চিত মৃত্যু মুখৰ পৰা পৰিত্ৰাণ কৰি আপুনি আমাক দ্বিতীয় বাৰ জন্ম লাভ কৰালে। আপুনি আমাৰ প্ৰাণ দাতা পৰোপকাৰী পুৰুষ। উপকাৰৰ বিনিময়ত প্ৰত্যুপকাৰ কৰিব নোৱাৰিলে ব্ৰাহ্মণৰ



জীৱন ধাৰণ কৰাটো বৃথা হব বুলি কৈ ব্ৰাহ্মণে গোদাৱৰী নদীৰ পাৰত বাৰ বছৰ জুৰি মন্ত্ৰ জপ কৰি যি পূণ্য অৰ্জন কৰিছে, আৰু কৃষ্ণচান্দ্ৰায়ণ ব্ৰত পালনৰ হেতুকে যি ধৰ্ম সঞ্চয় কৰিছে, সেই সকলোবোৰাৰ সৎকাৰ্য্যৰ পূণ্য ফল ৰজাক সমৰ্পণ কৰাৰ পিছত আশীৰ্বাদ দি যথা স্থানলৈ গমন কৰিলে। সেই সময়তে কদাকাৰ ৰূপী এটা ব্ৰহ্মযক্ষ ৰজাৰ সমুখত উপস্থিত হ'ল আৰু তাক দেখা পাই ৰজাই সুধিলে কোন তুমি? যক্ষই কলে যে সি এই নগৰৰেই এজন ব্ৰাহ্মণ আছিল আৰু সি মায়া মুগ্ধ হৈ সদায় গুৰুজনৰ নিন্দা, সাধু মহৎ লোকৰ প্ৰতি অসাধু আচৰণকে আদি কৰি ঘৃণনীয় কাৰ্য্যফলত অভিশপ্ত ব্ৰহ্মযক্ষ ৰূপে তাতে থকা এজোপা বটবৃক্ষক আশ্ৰয় কৰি বহুকাল ৰৈ আছে। ব্ৰাহ্মণৰ পৰা ৰজাই লাভ কৰা পূণ্যসমূহ যক্ষক দান দিবলৈ নিবেদন জনালে আৰু কলে যে সি শাপৰ কৱলৰ পৰা সেই পূণ্যৰ ফলত মুক্তি লাভ কৰিব পাৰিব। ৰজাই যক্ষৰ প্ৰতি দয়াশীল হৈ ব্ৰাহ্মণ প্ৰদত্ত ধৰ্ম কাৰ্য্যৰ ফল যক্ষক অৰ্পণ কৰিলত যক্ষই সমগ্ৰ পাপৰ পৰা মুক্ত হৈ এক দিব্য ৰূপ ধাৰণ কৰি স্বৰ্গলৈ গতি কৰিলে। ৰজাইও বিষ্ময় চিত্তেৰে নিজ নগৰলৈ উভতি আহিল। অপেস্বৰীয়ে কলে হে মহাৰাজ! যদি আপোনাৰ তেনে দয়া গুণ আছে তেতিয়া হ'লে এই সিংহাসনত বহিব পাৰিব।

তাকে শুনি ভোজ ৰজাই অধোমুখ হৈ থাকিল।

---

# অপেশ্বৰীৰ সাধু—১৪

আগৰ দৰে ৰজা ভোজে সিংহাসনত উঠিবলৈ যাওঁতে অপেশ্বৰীয়ে কৰলৈ ধৰিলে হে ৰজা, বিক্ৰমাদিত্যৰ কথা শুনক। এসময়ত ৰজা বিক্ৰমাদিত্যই পৃথিৱীৰ ভিতৰত কোন ঠাইত কি ৰকমৰ আশ্চৰ্য্যজনক বস্তু আছে আৰু কেনে ধৰণৰ তীৰ্থস্থান, দেৱ মন্দিৰ আছে সেই সকলোবোৰ নিজেই প্ৰত্যক্ষ কৰাৰ মানসে যোগী বেশেৰে বহুস্থান পৰিভ্ৰমণ কৰাৰ পিছত এখন নগৰত উপস্থিত হ'ল। সেই নগৰৰ ওচৰত এখন তপোবন আছে আৰু তাতে জগদম্বিকাৰ এটা সুবৃহৎ প্ৰাসাদ সদৃশ মন্দিৰ অৱস্থিত। তাৰ ওচৰেদি এখন পবিত্ৰ নদী প্ৰৱাহিত হৈ আছে। ৰজাই সেই নদীত স্নান কৰি মন্দিৰত দেৱতা দৰ্শন কৰিলে আৰু কিছু সময় তাতে অৱস্থান কৰিলে। সেই সময়ত অৱধুতসাৰ নামৰ এজন যোগীও সেই স্থানত উপস্থিত হ'ল। যোগীবৰে ৰজাক দেখি "সুখী হোৱা" বুলি কৈ ৰজাৰ ওচৰতে বহি পৰিল আৰু ৰজাই ক'ৰ পৰা আহিছে বুলি প্ৰশ্ন কৰিলে। তাৰ উত্তৰত ৰজাই জনালে তেওঁ এজন পথিক আৰু তীৰ্থ যাত্ৰাৰ কাৰণে ভ্ৰমণ কৰিছে। তেতিয়া যোগীয়ে কলে যে আপুনি উজ্জয়িনীৰ ৰজা বিক্ৰমাদিত্য বুলি সকলেৱেই জানে কিন্তু কি কাৰণত এইঠাইত অৱস্থান কৰিছে আৰু তাৰ উদ্দেশ্যইবা কি তাক হলে কোনোৱে নেজানে। ৰজাই কলে হে যোগীবৰ, পৃথিৱী পৰ্য্যটনৰ দ্বাৰা ক'ত কি ঘটিছে তাক জনাৰ উপৰিও আপোনাৰ নিচিনা সাধু লোকসকলৰ দৰ্শন লাভ কৰাটো ও এটা মহৎ উদ্দেশ্য বুলি জনালে। যোগী অৱধুতসাৰে ক'লে যে ৰজা এজন বিচক্ষণ লোক হৈও সমস্ত ৰাজ কাৰ্য্য পৰিহাৰ কৰি প্ৰমত্ত ব্যক্তিৰ দৰে ৰাজধানীৰ বাহিৰ প্ৰদেশত কাল কটালে প্ৰজা বৰ্গৰ মাজত বিদ্ৰোহ সংঘটন হোৱাটো স্বাভাৱিক। তেতিয়া ৰজাই



জনালে যে— তেওঁৰ অভিজ্ঞ অমাত্য বৰ্গৰ ওপৰত সমস্ত ৰাজ্য শাসনৰ ভাৰ অৰ্পণ কৰি বাহিৰ ওলাইছে আৰু ৰাজ্যত কোনো ৰকমৰ বিদ্ৰোহ হব নোৱাৰে। তাকে শুনি যোগীয়ে কলে হে ৰজা, আপুনি নীতিজ্ঞ হৈও নীতি শাস্ত্ৰৰ বিৰোধী কাৰ্য্য আচৰণ কৰিছে। কাৰণ উক্তি আছে যে—যিজন লোকে নিজেই নিয়োগকাৰী ব্যক্তিসমূহৰ ওপৰত কাৰ্য্যভাৰ গতাই দি বিহাৰ বাহৰৰ কাৰণে বাহিৰ হয় সেই মন্দ বুদ্ধি ৰজাসকলে মেকুৰীৰ আগত গাখীৰৰ পাত্ৰ স্থাপন কৰি নিদ্ৰিত হোৱাৰ দৰে কাৰ্য্য কৰা হয়। আকৌ দেখা যায় যে ৰাজ্যধন, বংশ পৰাম্পৰাক্ৰমে লাভ কৰিলেও তাক পুনৰায় সুদৃঢ় কৰাটো কৰ্ত্তব্য। এই বিষয়ে উক্তি আছে যে "কৃষি বিদ্যা বণিক্ ভাৰ্য্যা স্বধনং ৰাজ্য সম্পদঃ। সুদৃঢ়ং চৈৱ কৰ্ত্তবাং কৃষ্ণ সৰ্প মুখং যথা।।" অৰ্থাৎ, কৃষি কাৰ্য্য, বিদ্যা, বাণিজ্য ভাৰ্য্যা, ধন আৰু ৰাজ্য সম্পদ এইবোৰ বিষয় কৃষ্ণ সৰ্পৰ মুখৰ বিষৰ দৰে স্থায়ী কৰি ৰখাটো কৰ্ত্তব্য। তাকে শুনি ৰজাই সমস্ত বিষয়তে দৈৱ বলেই প্ৰধান বুলি কলে, কাৰণ সমুদায় সুদৃঢ়ী কৃত ৰাজ্যত পৌৰুষযুক্ত পুৰুষ বিদ্যমান থাকিলেও দৈৱ বিমুখ বশতঃ পৰাভৱ হোৱা দেখা যায়। তাৰ উপৰিও বৃহস্পতি সদৃশ নায়ক; বজ্ৰ সদৃশ অস্ত্ৰ, অপৰ্য্যাপ্ত দেৱ সৈন্য থাকিলেও ঐৰাবত ৰাহন দেৱৰাজ ইন্দ্ৰইও বলৱান অসুৰৰ পৰা পলায়ন কৰি ভূভাগত আশ্ৰয় লব লগাত পৰিছিল বুলি খ্যাতি আছে; সেয়েহে সকলোতে বিপৰ্য্যস্ত হোৱা পুৰুষজনক ধিক্কাৰ দিয়া হয় আৰু দৈৱই জীৱৰ একমাত্ৰ আশ্ৰয় স্থল এইটো স্পষ্টকৈ প্ৰতীয়-মান হয়। এইটোও দেখা যায় যে সুন্দৰ নাইবা সুদৃঢ় আকৃতি, বংশ পৰম্পৰা বা স্বভাৱ অথবা বিদ্যা আৰু যত্নকৃত সেৱা এই আটাই-বোৰেই ফলদায়ক নহয়। পুৰুষৰ পূৰ্বে কালৰ কৰ্ম সঞ্চিত ভাগ্য সমূহ যথা সময়ত গছৰ দৰে ফলৱান হৈ উঠে। অসুৰ ৰাজ হিৰন্যাক্ষৰ যুদ্ধত অসুৰৰ বজ্ৰ কঠোৰ বক্ষস্থলত ইন্দ্ৰহস্তীৰ দন্ত কুমুদ ক্ষুন্ন হৈছিল, য'ত প্ৰভু শিৱৰ পৰশুধাৰ ব্যাহত হৈছিল সেই অসুৰৰ বক্ষস্থল নৃসিংহ দেৱৰ নখৰ দ্বাৰা বিদীৰ্ণ হৈছিল। গতিকে

দৈৱদুৰ্ব্বল ব্যক্তিৰ পক্ষে সাধাৰণ শক্তিসম্পন্ন তৃণবাজিও বজ্ৰশক্তি লাভ কৰিবলৈ সমৰ্থ হয়। সেই বট গছত থকা যক্ষ সকলে যি দিছিল, সিহঁতে তাকেই হৰণ কৰিব। গতিকে হে কল্যাণি? তুমি পাশা খেল আৰম্ভ কৰা, "যি হ'ব লগা আছে তাকে কোনেও বাধা দি ৰাখিব নোৱাৰে।" যোগীয়ে সুধিলে, সেইটো কেনে কথা! ৰজাই কবলৈ ধৰিলে যে উত্তৰ দিশত হিমালয়ৰ নামনিত নদীপৰ্ব বৰ্দ্ধন নামে এখন নগৰ আছে। তাতে ৰাজ শেখৰ নামে এজন ৰজাই ৰাজত্ব কৰিছিল। এসময়ত সেই ৰজাৰ জ্ঞাতি কুটুম্বসকলে বিদ্ৰোহ কৰি তেওঁৰ ৰাজ্যখন কাঢ়ি লৈ পুত্ৰ পৰিবাৰেৰে সৈতে ৰজাক ৰাজ্যৰপৰা খেদি পঠালে। তাৰ পিছত ৰজা ৰাজশেখৰে পত্নী পুত্ৰক লগত লৈ দেশ দেশান্তৰে ঘূৰি পকি আহি এখন নগৰৰ ওচৰতে থকা উপবনত প্ৰবেশ কৰিলে। লাহে লাহে সূৰ্য্যদেৱ অস্ত যোৱাত এন্ধাৰ নামি আহিল আৰু ৰজাইও পুত্ৰ ভাৰ্য্যাৰ লগত ৰাতিটো কটাবলৈ বুলি এজোপা বট গছৰ তলত আশ্ৰয় ল'লে। সেই গছ জোপাত পাছটা শাপগ্ৰস্ত পক্ষী বাস কৰিছিল। গছৰ তলত সপৰিয়ালে আশ্ৰয় লোৱা ৰজাক দেখি পক্ষী কেইটাই পৰস্পাৰে কোৱা মেলা কৰিবলৈ ধৰিলে। সিহঁতৰ এটা পক্ষীয়ে কলে যে "এই ৰাজ্যৰ ৰজাৰ মৃত্যু ঘটিছে আৰু তেওঁ নিঃসন্তান, এতিয়া কোনেবা এই ৰাজ্যৰ ৰজা হয়? দ্বিতীয় পক্ষীয়ে কলে "এই গছৰ তলত যিজন ৰাজ্য ভ্ৰষ্ট ৰজা আছে তেওঁৱেই এই ৰাজ্যৰ ৰজা হ'ব।" তৃতীয় পক্ষীয়ে কলে বাৰু, ভালেই হব। তোমাৰ কথাই সঁচা হওঁক। গছৰ তলৰ পৰা ৰজাই পক্ষীৰ কথা শুনি আছিল আৰু নিজৰ ৰাজ্যৰ কথা ভাবি বৰ বিষাদান্বিত হৈ পৰিছিল। অৱশেষত ৰাতি প্ৰভাত হ'ল আৰু ৰজাই পাতঃকৃত্য সমাপন কৰি বিষন্ন মনেৰে উপবনৰ পৰা ওলাই নগৰলৈ খোজ ল'লে। সেই সময়ত ৰজাই দেখিলে যে সুসজ্জিত হাতী ঘোঁৰা সমন্বিতে চতুৰঙ্গ দল এটা সেই বাটেৰে আগুৱাই আহি ৰজাক আগভেটী ধৰিলে তাৰ পিছত আদৰ সাদৰ কৰি পৰিষদ বৰ্গই ৰজাৰ ডিঙিত মালা পিন্ধাই তেওঁক হাতীৰ ওপৰত উঠাই লৈ সেই নগৰৰ ৰাজধানী পোৱালেগৈ। তাৰ পিছত বিধি ব্যৱস্থা অনুসৰি অভিষেক পাতি ৰাজশেখৰক পুনৰ ৰাজসিংহাসনক প্ৰতিষ্ঠা কৰিলে। ৰাজ্য ভ্ৰষ্ট ৰাজশেখৰ ৰজা হৈ সুখেৰে কাল যাপন কৰিবলৈ ধৰিলে। এদিনাখন ৰজাই



মহিষীৰ লগত পাশাখেল খেলি আছিল। তেতিয়া কিছুমান বিদ্ৰোহী লোকে ৰজাক আক্ৰমণ কৰি বলেৰে ৰাজ্য কাঢ়ি লবলৈ আহিছিল। তেতিয়া ৰাজমহিষীয়ে কলে হে স্বামী বিৰুদ্ধ লোকসকলে ৰাজ্য আক্ৰমণ কৰিবলৈ উদ্যত হৈছে। এনেস্থলত খেলা পৰিত্যাগ কৰি শত্ৰুৰ পৰা ৰাজ্য ৰক্ষা কৰা আপোনাৰ কৰ্ত্তব্য। ৰজাই কলে হে দেৱী! যত্ন নাইবা চেষ্টা কৰি কি হ'ব। যেতিয়া দৈৱ অনুকূল হয় তেতিয়া সমস্ত কাৰ্য্য আপোনা আপুনি হৈ উঠাৰ দৰে হয় আৰু দৈৱ প্ৰতিকূল হ'লে সমগ্ৰ কাম বিনষ্ট হয়। গতিকে দৈৱই উন্নতি আৰু অৱনতিৰ কাৰণ। ৰজাই আকৌ কলে হে ৰাণী! তুমিতো জানাই যে আমি যেতিয়া গছৰ তলত বাস কৰিছিলো তেতিয়া চিন্তা নকৰাকৈয়ে এই ৰাজ্যখন লাভ হ'ল আৰু যিয়ে আমাক ৰাজ্য দান কৰিছে তেওঁৱেই ৰাজ্য ৰক্ষাও কৰিব। গতিকে ৰাজ্য ৰক্ষাৰ চিন্তা কৰি লাভ নাই, যি হয় হব বুলি ৰজাই পাশা খেলত প্ৰবৃত্ত হ'ল। ৰজাৰ সুপ্ৰসন্ন দৈৱই ভয়ংকৰ দৈত্যৰূপ ধাৰণ কৰি সমস্ত শত্ৰুক পৰাভৱ কৰিলে আৰু ৰজাইও সুখেৰে ৰাজ্য শাসন কৰি থাকিল। ৰজা বিক্ৰমাদিত্যৰ কথা শুনি অবধূতসাৰ যোগীয়ে সন্তুষ্ট হৈ ৰজাক এটা কাশ্মিৰী শিৱলিঙ্গ দান কৰি ক'লে, হে ৰজা! এইটো চিন্তামনি সদৃশ শিৱলিঙ্গ। ইয়াক পূজা কৰিলে যি চিন্তা কৰা যায় তাকেই লাভ কৰা যায়। এই বুলি কৈ ৰজাক শিৱলিঙ্গটো দি যোগীয়ে নিজ স্থানলৈ গতি কৰিলে। বিক্ৰমাদিত্যই সেই শিৱলিঙ্গটো লৈ নিজ নগৰলৈ আহোঁতে বাটত এজন ব্ৰাহ্মণে লগ পাই বিনয় ভাৱেৰে ক'লে— মহাৰাজ! মই পূজা কৰা শিৱলিঙ্গটো অন্তৰ্দ্ধান হোৱা কাৰণে আজি তিনিদিন ধৰি উপবাসী হৈ আছো। আপোনাৰ চিন্তামনি, শিৱলিঙ্গটো মোক দি মোৰ ব্ৰত ৰক্ষা কৰক। তেতিয়া ৰজাই শিৱলিঙ্গটো ব্ৰাহ্মণক দান দি নিজ ৰাজ্যলৈ উভতি আহিল। অপেস্বৰীয়ে কলে হে মহাৰাজ। আপোনাৰ যদি তেনে ঔদাৰ্য্য গুণ আছে তেনেহলে এই সিংহাসনত বহিব পাৰিব।

ৰজাই একোকে নকলে।

---

# অপেস্বৰী—১৫

ৰজা ভোজ সিংহাসনত বহিবলৈ বুলি যেতিয়া অপেস্বৰীৰ মূৰত ভৰি দি থিয় হৈছিল তেতিয়াই অপেস্বৰীয়ে মাত লগালে আৰু কবলৈ ধৰিলে, হে মহাৰাজ! বিক্ৰমাদিত্য ৰজাৰ কথা শ্ৰৱণ কৰক। বিক্ৰমাদিত্যৰ ৰাজত্ব কালত সমস্ত কলা বিদ্যাত অভিজ্ঞ, অতি প্ৰিয়, সকলো লোকৰ উপকাৰী, মহাধন সম্পন্ন আৰু সুন্দৰ ৰূপৱান বসুমিত্ৰ নামেৰে ৰজাৰ এজন ৰাজপুৰোহিত আছিল। তেওঁ এদিনাখন মনতে ভাবিলে যে গঙ্গাস্নান নকৰিলে মানুহৰ উপাৰ্জিত পাপৰ ক্ষয় কোনো ৰকমে হ'ব নোৱাৰে। উক্তি আছে যে তীৰ্থস্নান অপেক্ষা পৱিত্ৰ দায়ক উৎকৃষ্ট বস্তু সংসাৰত একোৱেই নাই। মানৱসকলে তপস্যা, ব্ৰহ্মচৰ্য্য যজ্ঞ অথবা দান আদিৰ দ্বাৰা পৰম গতি নেপালেও গঙ্গা সেৱাৰ দ্বাৰা অনায়াসে সদগতি লাভ কৰিবলৈ সমৰ্থ হয়। সংযমচিত্ত ব্যক্তিয়ে পৰম পৱিত্ৰ গঙ্গাত স্নান কৰি যিদৰে শুদ্ধি প্ৰাপ্ত হয়, সেইদৰে শত শত যজ্ঞ অনুষ্ঠানকাৰীজনেও আত্ম শুদ্ধি লাভ কৰিব নোৱাৰে। যেনেকৈ ঘন ঘোৰ অন্ধকাৰ দূৰ কৰি দিৱাকৰ উদয় হয় তেনেকৈ গঙ্গা স্নানকাৰী ব্যক্তিসকলে স্বকীয় পাপ বিনষ্ট কৰি শুদ্ধ হয়। অগ্নি সংযোগ হলে যিদৰে তুলাৰাশি মুহূৰ্ত্তৰ ভিতৰত নিঃশেষ হৈ যায়, সেইদৰে গঙ্গাৰ প্ৰৱাহৰ দ্বাৰাও মানৱৰ পাপ ৰাশি ধ্বংশ হয়। যি লোকে সূৰ্য্য কিৰণত উত্তপ্ত হোৱা গঙ্গাজল পান কৰে তেওঁ বিধিযুক্ত ভাৱে গব্য পান কৰি পাপমুক্ত হোৱাৰ দৰে নিষ্পাপ হয়। যিসকল পুৰুষে শতচান্দ্ৰায়ণ ব্ৰত পালনৰ দ্বাৰা নিজৰ শৰীৰ শোধন কৰিবলৈ সমৰ্থ হৈছে সেইসকলে মাত্ৰ গঙ্গাস্নান আৰু গঙ্গাজল পান কৰিও একে সমান ফলভাগী হব পাৰে। দুঃখানলত পৰিতপ্ত সমস্ত জীৱৰ সদ্‌গতিৰ পথ অনুসন্ধান কৰিলে জানিব পাৰি যে সেই সকলৰ পক্ষে



গঙ্গাস্নানৰ তুল্য পথ আন একোৱে হ'ব নোৱাৰে। নৰকগামী বিনষ্ট চিত্ত, বহুতৰ মহাপাতক গ্ৰস্ত জীৱসকল গঙ্গা সেৱাৰ দ্বাৰা পাপৰপৰা উদ্ধাৰ হব পাৰে। শাস্ত্ৰই কয় যিজনে গঙ্গা স্নান কৰে তেওঁ উৰ্দ্ধত সাত পুৰুষ আৰু নিম্নত সাত পুৰুষ পৰ্য্যন্ত উদ্ধাৰ কৰিবলৈ সমৰ্থ হয়। উক্তি আছে যে "দৰ্শনাৎ স্পৰ্শনাৎ ধ্যানাৎ তথা গঙ্গেতি কীৰ্ত্তনাৎ। পুনাতি পুৰুষং পূণ্যং শতশোহম সহস্ৰশঃ।" অৰ্থাৎ গঙ্গাৰ দৰ্শন, ধ্যান আৰু নাম কীৰ্তনৰ দ্বাৰা হোৱা পুণ্যৰ কাৰণে শত সহস্ৰ লোকে মুক্তি লাভ কৰিব পাৰে। যিসকল লোক জন্মান্ধ আৰু যি সকলৰ জীৱন মৃগ ও পশুতুল্য সেই সকলেই পাপ বিনাশিনী গঙ্গাৰ দৰ্শন পাবলৈ সমৰ্থ নহয়। এনেদৰে বিচাৰ কৰি ৰাজ পুৰোহিত বসুমিত্ৰই বাৰণসীলৈ গমন কৰি বিশ্বেশ্বৰ শিৱক দৰ্শণৰ শেষত প্ৰয়াগ তীৰ্থত মাঘীস্নান পালন কৰি উঠি নিজ নগৰাভিমুখে যাত্ৰা কৰিলে। পুৰোহিতজনে উজ্জয়িনীলৈ উভতি আহোঁতে বাটতে এখন বিতোপন নগৰ দেখা পালে আৰু তেওঁ জানিব পাৰিলে যে এজনী শাপ ভ্ৰষ্টা দেৱতা জিয়ৰীয়ে সেই নগৰত ৰাজত্ব কৰে। কিন্তু সেই সুৰবালাজনীৰ স্বামী নাই। নগৰখনৰ কাষত লক্ষ্মী নাৰায়ণৰ এটা সুবৃহত প্ৰাসাদ আছে আৰু তাৰ দুৱাৰ মুখত এটা প্ৰকাণ্ড লোহাৰ থালীত তেল তপতাই ৰখা হৈছে। তাৰ ওচৰতে সুন্দৰ সাজ সজ্জা কৰি এডোখৰ ঠাই ৰখা আছে আৰু সেই ঠাইখিনি বিবাহ মণ্ডপ বুলি লিখি ৰখা হৈছে। তাতে নিযুক্ত কৰি ৰখা এজন পুৰুষৰ পৰা বসুমিত্ৰই জানিব পাৰিলে যে যি কোনো মহাশক্তিমান লোকে সেই তপত তেলত ডুব দিব পাৰিলে তেওঁক তাতে ৰাজ্য চলাই থকা মন্মথ সঞ্জীৱনী অপ্সৰা ৰমণীয়ে বৰ মাল্য অৰ্পণ কৰিব। নিজ নগৰলৈ আহি বসুমিত্ৰই পথৰ সমস্ত বৃত্তান্ত কৈ ৰজা বিক্ৰমাদিত্যৰ আগত বৰ্ণনা কৰিলে। সেই কথা শুনি বিক্ৰমাদিত্যই বসুমিত্ৰক লগত লৈ সুৰাঙ্গনা অপ্সৰা নগৰীলৈ প্ৰস্থান কৰিলে। ৰজাই নদীত স্নান কৰি লক্ষ্মী নাৰায়ণৰ সেৱা অৰ্চনা কৰাৰ পিছত তাতে থকা তপত তেলৰ থালীত জপিয়াই পৰিল।

তাকে দেখি চাৰিওপিনে হাঁহাকাৰ ধ্বনি উঠিল। তাৰ পিছত তপত তেলত পৰি ৰজাৰ শৰীৰ মাংস পিণ্ডাকৃতি হোৱা দেখি সেই মন্মথ সঞ্জীৱণী অপ্সৰাই তেওঁৰ সঞ্জীৱণী মন্ত্ৰৰ দ্বাৰা ৰজাৰ দেহত পানী ছটিয়াই দিয়াত ৰজাই পুনৰ্জীৱন লাভ কৰি যুৱ পুৰুষৰ দৰে বিৰাজমান হ'ল। তাৰ পিছত অপ্সৰাই ৰজাক বৰমাল্য অৰ্পণ কৰিবলৈ উদ্যত হোৱাত ৰজাই কলে হে দেৱী? যদি তুমি সন্তুষ্ট হৈছা তেনেহলে তুমি এই পুৰোহিত বসুমিত্ৰক বৰমাল্য দান কৰা। ৰজাৰ কথা মতে অপ্সৰাই বসুমিত্ৰক বৰ মাল্য দান কৰি সুসজ্জিত কৰি ৰখা বিবাহ থলীত বিধিমতে বিবাহ কাৰ্য্য সম্পন্ন কৰিলে আৰু ৰজাই নিজ ৰাজধানীত উপস্থিত হ'ল। অপেস্বৰীয়ে ক'লে হে ৰজা! যদি আপোনাৰো তেনে দয়াগুণ আছে তেনেহলে এই সিংহাসনত বহিব পাৰিব।

ৰজাই অপেস্বৰীৰ কথা শুনি আচৰিত হৈ ৰ'ল।

---

# অপেস্বৰী—১৬

সিংহাসনত আৰোহণ কৰিবলৈ যোৱা ভোজ ৰজাক আন এগৰাকী অপেস্বৰীয়ে কলে হে মহাৰাজ। শুণ'ক! ৰজা বিক্ৰমাদিত্যই একালত দিগ্‌বিজয় কৰিবলৈ মন মেলি পুৱ, দক্ষিণ, পশ্চিম আৰু উত্তৰকে আদি কৰি সমগ্ৰ বিদিশ ভ্ৰমণ কৰি সেইবোৰ দেশত থকা সকলো ৰাজন্য বৰ্গক পৰাজয় কৰিলত সেই ৰজাসকলে প্ৰদত্ত আনে উপভোগ নকৰা বিবিধ প্ৰকাৰৰ দ্ৰব্য সামগ্ৰী গ্ৰহণ কৰাৰ পিছত বিক্ৰমাদিত্যই পুনৰ্বাৰ সেই সেই ৰজাসকলক নিজ নিজ ৰাজ্যত প্ৰতিষ্ঠা কৰি উজ্জয়িনীত উপস্থিত হৈছিলহি। তাৰ পিছত নগৰত প্ৰৱেশ কৰোতে দৈৱজ্ঞ এজনে ৰজাক কলে হে মহাৰাজ? এতিয়াৰ পৰা চাৰিদিন ধৰি ৰাজধানীত প্ৰৱেশ কৰা শুভক্ষণ নহয়। গতিকে চৰি দনৰ পিছতহে শুভলগ্নত ৰাজধানীত প্ৰৱেশ কৰাটো মঙ্গলজনক হব। দৈৱজ্ঞৰ কথামতে ৰজাই নগৰৰ বাহিৰত থকা এখন প্ৰমোদ উদ্যানত চাৰিদিনৰ বাবে বাহৰ পাতি ৰৈ থাকিল। ইতিমধ্যে সেই সময়ত ঋতুৰাজ বসন্তৰ আৱিৰ্ভাৱ হ'ল। বসন্ত কালৰ আগমন হোৱা দেখি সুমন্ত্ৰ নামৰ মন্ত্ৰী এজনে ৰজাৰ ওচৰত নিবেদন জনাই কলে যে হে মহাৰাজ! ঋতু ৰাজ বসন্ত উপস্থিত আৰু এই সময়ত বসন্ত পূজা এভাগ কৰিলে সকলোৰে মঙ্গল সাধন হোৱাৰ উপৰিও ৰাজ্যৰ অপায় অমঙ্গল দূৰীভূত হব। এই কথা শুনি ৰজাই বসন্ত পূজাৰ ভাৰ সুমন্ত্ৰ মন্ত্ৰীৰ ওপৰত অৰ্পণ কৰি যথা বিহিত ব্যৱস্থা ল'বলৈ আদেশ কৰিলে। ৰজাৰ আদেশমতে মন্ত্ৰীয়ে ৰাজধানীৰ বহিঃ প্ৰদেশত নানা ৰূপ সাজ সজ্জাৰে সুশোভিত এটি পূজা বেদী নিৰ্মাণ কৰালে। সেই পূজা মণ্ডপত নৱৰত্ন খচিত সিংহাসনত ঋতুৰূপী লক্ষ্মী নাৰায়ণৰ প্ৰতিমা প্ৰতিষ্ঠা কৰা হ'ল। তাৰ পিছত সেই বসন্ত মহোৎসৱলৈ বেদ শাস্ত্ৰত বিচক্ষণ

ব্ৰাহ্মণ, সঙ্গীত আৰু বাদ্য বিষয়ত অভিজ্ঞ গায়ক, অন্যান্য কলা কুশলী আৰু নৃত্যশীলা নৰ্তকীসকলক আহ্বান জনোৱা হ'ল। ৰাজ্যৰ দীন দৰিদ্ৰ, অন্ধ-কণা, বধিৰ কলা আৰু পঙ্গুও কুব্জ লোকসকলৰ বিনা নিমন্ত্ৰণে উৎসৱত সমাগম হ'ল। পূজাৰ কাৰণে বিবিধ বস্তু যেনে কৰ্পূৰ কস্তুৰিকা, কুঙ্কুম, অগৰু, চন্দন প্ৰভৃতি সুগন্ধ দ্ৰব্যসমূহ আৰু নানাবিধ কুসুম যেনে আতিজুতি, মল্লিকা, কুন্দ, মদন, চম্পক, কেতকী, আৰু শতপত্ৰ আদি পুষ্পবোৰ অনা হ'ল। বাদ্যকৰ সকলৰ মঞ্জুৰী তালৰ বাজনা, গায়ক সকলৰ বসন্ত স্তুতি গান, নৰ্তকীসকলৰ বসন্ত নৃত্য আৰু ব্ৰাহ্মণসকলৰ বেদ পাঠৰ মাজত ৰজাই ষোড়শ উপচাৰেৰে পূজা সমাপন কৰিলে। শেষত ৰাজ্যৰ অনাথসকলক আৰু বিকলাঙ্গ সকলক যথেষ্ট দ্ৰব্য সম্ভাৰৰ দ্বাৰা সন্তুষ্ট কৰাৰ লগতে অন্যান্য ব্ৰাহ্মণ-সজ্জন সকলকো দিব্য বস্ত্ৰ আদি দক্ষিণা দি উৎসৱৰ সামৰণি মাৰিলে। সেই সময়তে এজন ব্ৰাহ্মণ তাতে উপস্থিত হৈ স্তুতি পাঠ কৰি ৰজাক আশীৰ্বাদ দিলে যে "সদনে কমলামলস্বতী বদনে ভাতু সদা সৰস্বতী। পৰিমশ্যাতুভো বিপদ্ কুলং সুখ সম্পদ প্ৰতি ভাতু নিৰ্মলম্ ॥" অৰ্থাৎ— আপোনাৰ ঘৰত অচলা লক্ষ্মীৰ বাস হওক, মুখত সদায় সৰস্বতী বিৰাজ কৰ'ক, আৰু বিপদসমূহ ধ্বংস হৈ নিৰ্মল সুখ সম্পদ লাভ হওক। এই আশীৰ্বাদ দিয়াৰ পিছত ব্ৰাহ্মণে কলে হে মহাৰাজ। এটা নিবেদন আছে। তেতিয়া ৰজাই প্ৰকাশ কৰা বুলি কোৱাত ব্ৰাহ্মণে কবলৈ ধৰিলে যে সেই ৰাজ্যৰেই নন্দিবৰ্দ্ধণ গাওঁৰ ব্ৰাহ্মণজন এজন অধিবাসী হয়। তেওঁৰ আঠজন পুত্ৰ সন্তান আছে কিন্তু কন্যা সন্তান নাই। ব্ৰাহ্মণে দেৱী ভৱানীক আৰধনা কৰিছিল আৰু প্ৰতিজ্ঞা কৰিছিল যে যদি ব্ৰাহ্মণৰ ঘৰত কন্যা ওপজে তেনেহলে দেৱীৰ নামেৰে কন্যাৰ নামকৰণ হব আৰু সন্ত সহস্ৰ স্বৰ্ণ মুদ্ৰাৰে সৈতে এজন বেদজ্ঞ ব্ৰাহ্মণৰ হাতত কন্যাদান কৰিব। পিছত দেৱীৰ অনুগ্ৰহত ব্ৰাহ্মণৰ ঘৰত কন্যা এটিৰ জন্ম হ'ল আৰু এতিয়া সেই ভৱানী কন্যাৰ বিবাহ কাল উপস্থিত হৈছে। ৰজাৰ বাহিৰে আন কোনোৱে ধন দান দি ব্ৰাহ্মণৰ পূৰ্বকৃত



প্ৰতিজ্ঞা ৰক্ষা কৰিব নোৱাৰে। গতিকে ব্ৰাহ্মণে সন্ত সহস্ৰ স্বৰ্ণ মুদ্ৰা লাভৰ বাবে ৰজাৰ ওচৰত প্ৰাৰ্থনা জনাইছে। তাকে শুনি ৰজাই ভাণ্ডাৰীৰ দ্বাৰা ব্ৰাহ্মণৰ আকাঙ্ক্ষিত ধন দান কৰি ব্ৰাহ্মণক বিদায় দিলে আৰু ৰজাই ও নিজে ৰাজধানীত প্ৰৱেশ কৰিলে। অপেস্বৰীয়ে কলে হে মহাৰাজ। বিক্ৰমাদিত্যৰ দৰে আপোনাৰো তেনে গুণ থাকে তেনেহলে এই সিংহাসনত আৰোহণ কৰিব পাৰিব।

ৰজা ভোজে মনে মনে থাকিল।

———

# অপেশ্বৰী—১৭

ভোজ ৰজাই সিংহাসনত উঠিবলৈ গৈ অপেস্বৰীৰ মূৰত ভৰি দিওতে অপেস্বৰীয়ে কবলৈ ধৰিলে—হে মহাৰাজ ? শুনক ; অতুলনীয় ঔদাৰ্য্য গুণৰ অধিকাৰী ৰজা বিক্ৰমাদিত্যৰ সমান আন কোনো ৰজা নাছিল। অসাধাৰণ উদাৰতা গুণৰ কাৰণে তেওঁৰ কীৰ্তি জগতৰ চাৰিও পিনে প্ৰসাৰতা লাভ কৰিছিল। অৰ্থাভিলাসী লোক সকলে প্ৰশস্তি পাঠৰ দ্বাৰা দাতাসকলৰ প্ৰীতি জন্মাবলৈ সমৰ্থ হব পাৰে, কিন্তু স্তুতি পাঠৰ দ্বাৰা বীৰ পুৰুষসকলৰ সন্তুষ্টি সাধন কৰিব নোৱাৰে। উক্ত আছে যে "দাতৃ নামের সংপ্ৰীত্যৈ স্বস্তি ৱাচোধনাৰ্থিনাম্। শূৰানাংহি প্ৰহাৰায় ৰসিতং ৰণ দুন্দুভি ঃ॥" অৰ্থাৎ দাতাসকলৰ প্ৰীতি লাভৰ কাৰণে ধনাৰ্থীসকলে দাতাজনৰ স্বস্তি পাঠ কৰে আৰু যুদ্ধ কৰিবৰ কাৰণে ৰণ ভেৰীৰ বাদ্যৰ দ্বাৰা বীৰসকলৰ মনত আনন্দ জন্মায়। বীৰ্য্য, ধৈৰ্য্য আৰু জ্ঞানানুষ্ঠানাদি গুণসমূহ সকলো পুৰুষৰেই বিদ্যমান হব পাৰে, কিন্তু দাতা গুণৰ অধিকাৰী হোৱাটো সকলোৰে পক্ষে সম্ভৱ হব নোৱাৰে। গুণৰ দ্বাৰা পশুও মোহিত হব পাৰে, পক্ষী-বোৰেও ঈশ্বৰৰ নাম পাঠ কৰিব পাৰে গুণৰ দ্বাৰা কিন্তু আন একো গুণ নেথাকিলেও কেৱল দাতা গুণৰ দ্বাৰায় মানুহক সকলোৱে পণ্ডিত আখ্যা দিয়ে। কিছুমান পুৰুষ স্বভাবতে বীৰ হয়, কিছুমানে দয়াবীৰ বুলি খ্যাতি লাভ কৰে, কিন্তু সেইসকল পুৰুষ দানবীৰ পুৰুষৰ ষোড়শ অংশৰ এক অংশৰ সমানো হব নোৱাৰে। আন এটা মহত গুণ হ'ল ত্যাগ। উল্লেখ পোৱা যায় যে "ত্যাগ একো গুণঃ শ্লাঘ্যঃ কিমন্যৈঃ গুণ ৰাশিভিঃ। ত্যাগাদের হি পূজ্যন্তে পশু পাষাণ পাদপাঃ॥" অৰ্থাৎ অন্যান্য গুণ ৰাশিতকৈ ত্যাগেই হৈছে প্ৰশংসনীয় গুণ, যাৰ দ্বাৰা স্থাৱৰ জঙ্গমাত্মক সকলোৱে সেৱা কৰা হয়। শত শত বিভিন্ন



প্ৰকাৰৰ গুণতকৈ ত্যাগ গুণ শ্ৰেষ্ঠ গুণ আৰু তাতে যদি বিদ্যা সংযোযিত হয় তেতিয়া হলে সুৱৰ্ণত চন্দ্ৰ কাণ্ড মনি সংযুক্ত কৰাৰ দৰে হয় আৰু তাতে যদি বীৰত্ব প্ৰকাশমান হয় তেতিয়াহলেটো তাক নমস্কাৰ জনোৱাৰ বাহিৰে আন একোকে কৰিব লগা নেথাকে। পুৰুষসকল নানা গুণেৰে গুণান্বিত হলেও ৰজা বিক্ৰমাদিত্য স্বভাৱবীৰ, দয়াবীৰ, দানবীৰ আৰু ত্যাগবীৰ বুলি সকলোতে জনাজাত আছিল। এদিনাখন আন কোনো এখন ৰাজ্যৰ ৰজাৰ আগত সেই ৰাজ্যৰ স্তাৱকে বিক্ৰমাদিত্যৰ গুণাৱলী পাঠ কৰা শুনি ৰজাই ক্ৰোধান্বিত হৈ কবলৈ ধৰিলে হে বন্দী ! তুমি কি কাৰণে বিক্ৰমাদিত্যৰ স্তুতি পাঠ কৰিছা ? আন কোনো গুণৱান ৰজা নাই নেকি ? স্তুতি পাঠকে কলে— হে মহাৰাজ ! দান কৰা, লোকৰ উপকাৰ সাধন কৰা, সাহস, শৌৰ্য্য আৰু ধৈৰ্য্য অবলম্বন বিষয়ত ৰজা বিক্ৰমাদিত্যৰ তুল্য ৰজা ত্ৰিভুৱনত নাই। বিক্ৰমাদিত্যই পৰৰ উপকাৰৰ কাৰণে নিজৰ শৰীৰৰ প্ৰতি মমতা শূণ্য হয়। স্তাৱকৰ কথা শুনি সেই ৰজাজনে পৰৰ উপকাৰ কৰিবৰ কাৰণে মনস্থ কৰিলে আৰু এজন সন্ন্যাসীক আহ্বান কৰাই আনি সুধিলে হে যোগীৱৰ। পৰোপকাৰ কৰিবৰ বাবে নিতৌ কি বস্তুৰ প্ৰয়োজন হয় আৰু তাকে পাবলৈ কি কৰিব লাগিব। যোগীয়ে কলে যে কৃষ্ণ পক্ষৰ চতুৰ্দশী তিথিৰ দিনাখন চতুষষ্ঠী যোগিনী চক্ৰৰ পূজা কৰি স্তৱ পুৰশ্চৰণ পাঠ কৰিব লাগিব আৰু তাৰ পিছত দশাংশ যজ্ঞৰ অনুষ্ঠান কৰি শেষত পূৰ্ণাহুতিৰ সময়ত নিজৰ শৰীৰ আহুতি দিলে যোগিনী চক্ৰ প্ৰসন্না হৈ ৰজাক পুনৰ জীৱন দান কৰাৰ লগতে অভিষ্ট বৰ প্ৰদান কৰিব। যোগীৰ উপদেশমতে ৰজাই সকলো কাম সমাধা কৰাৰ পিছত যজ্ঞত যোগিনী চক্ৰ আবিৰ্ভাৱ হৈ ৰজাক বৰ লবলৈ কলে, তেতিয়া ৰজাই কলে—হে মাতৃ চক্ৰ। যদি সন্তুষ্ট হৈছে তেনেহলে ৰাজ গৃহত থকা সাতটা মহাঘট নিতৌ সুৱৰ্ণেৰে পৰিপুৰ্ণ কৰিব লাগে। যোগিনীসকলে কলে যে যদি ৰজাই নিতৌ হোম কৰি নিজ শৰীৰেৰে পুৰ্ণাহুতি দিয়ে তেতিয়াহলে প্ৰতিদিনে ৰজাই নিজৰ

জীৱনৰে সৈতে সাত কলহ স্বৰ্ণ লাভ কৰিব। ৰজাই সেয়ে হ'ব বুলি কৈ নিতৌ হোম কৰিব ধৰিলে। সেই কথা শুনি বিক্রমাদিত্যই যজ্ঞ স্থলত উপস্থিত হ'ল আৰু সেই ৰজাৰ যজ্ঞত নিজৰ শৰীৰ আহুতি দিলে। তাৰ পিছত যোগিনী চক্র আকৌ আবির্ভাৱ হ'ল আৰু ৰজা বিক্রমাদিত্যৰ কার্যত সন্তুষ্ট হৈ ৰজাক বৰ লবলৈ কলে। তেতিয়া বিক্রমাদিত্যই সেই ৰজা জনক নিতৌ মৰণৰ পৰা ৰক্ষা কৰি সাত কলহ স্বুৰ্ণ প্রদান কৰিবলৈ প্রার্থনা জনালে। মাতৃসকলে ৰজাক তথাস্তু বুলি কৈ যজ্ঞ স্থলীৰ পৰা অন্তৰ্দ্ধান হ'ল। বিক্রমাদিত্যইও নিজ নগৰলৈ প্রত্যাগমন কৰিলে। অপেশ্বৰীয়ে কলে হে মহাৰাজ? যদি আপোনাৰো তেনেকুৱা দয়াগুণ বিদ্যমান আছে তেতিয়াহলে এই সিংহাসনত উপবেশন কৰিব পাৰিব।

ভোজ ৰজাই অধোমুখ হৈ বৈ থাকিল।

---

# অপেশ্বৰী—১৮

ভোজ ৰজাই সিংহাসনত বহিবলৈ অপেশ্বৰীৰ মূৰত ভৰি তুলিছে, তেনে সময়তে অপেশ্বৰীয়ে মাত লগালে হে মহাৰাজ। যদি ৰজা বিক্রমাদিত্যৰ দৰে আপুনি গুণৰ অধিকাৰী হয় তেনেহলে এই সিংহাসন গ্রহণ কৰিব পাৰিব। ৰজাই কলে গুণৰ মাহাত্ম্য কেনে প্রকাৰৰ বর্ণনা কৰা। অপেশ্বৰীয়ে কলে— হে নৰপতি। মনোযোগেৰে শুনক। মনিপুৰত গোবিন্দ শর্মা নামেৰে এজন ব্রাহ্মণে তেওঁৰ নিজৰ পুতেকৰ লগত নীতি শাস্ত্রৰ গূঢ়ার্থসমূহ ব্যাখ্যা কৰিছিল। ব্রাহ্মণে কৈছিল— দুর্জনৰ সৈতে সহবাস কৰাটো বুদ্ধিমান লোকসকলৰ কৰ্ত্তব্য নহয়। যিহেতু সেই সঙ্গই সকলো অনর্থ ঘটনাৰ মূল হৈ উঠে। দুর্জনৰ লগত সন্মিলন হোৱা অনর্থ পৰাম্পৰা, সজ্জন সকলৰ নিন্দাৰ কাৰণ আৰু দুঃখজনক হয়। লঙ্কেশ্বৰ ৰাৱণে ৰাম চন্দ্রৰ ৱনিতা সীতাদেৱীক হৰণ কৰাৰ ফলতেই দক্ষিণ দিশৰ সমুদ্ৰৰাজ বন্ধন প্রাপ্ত হৱ লগাত পৰিছিল। উক্ত আছে— "অপনয়তি বিনয় মনয়ং ঘনয়তি যশঃ সততমযশসঃ। নিবয়ং চৰতি স্তৰসাপুংসা মসতঃ সমাগমোজসতি॥" অর্থাৎ, জগতত অসৎ লোকৰ সমাগমত পৰিলে পুৰুষৰ বিনয় গুণ ও যশস্যা সততে দূৰীভূত হয়, দুর্নীতি ও কুখ্যাতি ঘনীভূত কৰে আৰু নৰকগামী হোৱাৰ পথ সুগম কৰি তোলে। সজ্জনৰ সংগ লাভ কৰাটো পুৰুষৰ প্রধান কর্তব্য, সংসাৰত সৎ সংঙ্গৰ দৰে উৎকৃষ্ট বস্তু লাভ আন একোৱেই হব নোৱাৰে। কাৰণ মহৎ আনন্দ লাভ আদি গুণবোৰ সৎসঙ্গৰ পৰাই পোৱা যায়। সেয়েহে শাস্ত্ৰত পোৱা যায় যে— "কন্দলয়-ত্যানন্দং নিন্দতি মন্দানিলেন্দু চন্দনম। দ্রময়তি মন্দভাৱং সন্ধত্তে সম্পদোঽপি সৎসঙ্গঃ॥" অর্থাৎ, সৎসঙ্গই মনত আনন্দ উৎপাদন কৰে, শীতল সমীৰণ, স্নিগ্ধ চন্দ্র কিৰণ আৰু সুশীতল চন্দনতকৈও

অধিক সুখজনক পৱিত্ৰ মনোহৰ ভাৱ জন্মায়, অন্তৰৰ মলিনভাৱ মন্দীভূত কৰে আৰু সম্পদ লাভ কৰিবলৈ সমৰ্থ কৰে। কোনো পুৰুষৰ লগত বৈৰতা কৰা উচিত নহয়, ভৃত্যসকলৰ প্ৰতি সৎ আচৰণ কৰা কৰ্তব্য, গুৰুতৰ অপৰাধ নকৰিলে নিজৰ বিবাহিত স্ত্ৰী পৰিত্যাগৰ দ্বাৰা দেৱতাও কষ্ট হয়। উক্ত আছে যে যি পুৰুষে আজ্ঞা প্ৰতিপালিনী, সৰূপা, সুদক্ষা, সুশীলা কিন্তু অদৃশাহীনা ৰমণী পৰিত্যাগ কৰে সেই পুৰুষ অক্ষয় নৰকলৈ গমন কৰে। পুৰুষৰ ভাগ্য-লক্ষ্মী একে ধৰণে স্থিৰ থাকিব বুলি ভাবিব নালাগে, কাৰণ ই পানীৰ দৰে অস্থিৰ আৰু বায়ুৰ দ্বাৰা চালিত হোৱা প্ৰদীপ শিখাৰ নিচিনা অতি চঞ্চলা। স্ত্ৰীসকলৰ আগত গোপনীয় কথা কব নালাগে। ভৱিষ্যত চিন্তা কৰি নিশ্চেষ্ট হোৱা উচিত নহয়, শত্ৰুৰ প্ৰতিও হিত উপদেশ দিব লাগে, দানও অধ্যয়ন ব্যতিৰেকে কালতিপাত নকৰিব, পিতৃ-মাতৃ সেৱা কৰা কৰ্তব্য, চোৰৰ সৈতে কোনো পৰামৰ্শ কৰা মঙ্গলজনক নহয়, সৰ্বদায় কোনো জনৰে প্ৰতি নিষ্ঠুৰ বাক্যৰে প্ৰত্যুত্তৰ দিয়া উচিত নহয় আৰু আৰ্তসকলক সৰ্বতোভাৱে ৰক্ষা কৰা উচিত। উক্ত আছে যে—"ন স্বল্পস্যকৃতে ভূৰি নাশয়েন্মতিমান্নৰঃ। এতদেৱহি পণ্ডিত্যং সৎ স্বল্পাদভূৰি ৰক্ষণম্॥" অৰ্থাৎ বুদ্ধিমান পুৰুষে অলপ ৰক্ষাৰ কাৰণে বহুতো নষ্ট নকৰে, কিন্তু অলপৰপৰা বহু ৰক্ষা কৰাটোৱে পাণ্ডিত্য বুলি কোৱা হয়। ধৰ্ম পথত থাকি কায়মনোবাক্যে পৰোপকাৰ কৰা উচিত। উক্ত কথাবোৰ সামান্যভাৱে নীতি শাস্ত্ৰত উপদিষ্ট আছে আৰু তাকে ব্ৰাহ্মণ পুত্ৰেকক উপদেশ দিছিল। ৰজা বিক্ৰমাদিত্য স্বভাৱতেই নীতি শাস্ত্ৰজ্ঞ পুৰুষ আছিল। এদিনাখন বিক্ৰমাদিত্যৰ ৰাজ-সভাত এজন লোক উপস্থিত হোৱা দেখি ৰজাই তেওঁ ক'ত থাকে আৰু ক'ৰ পৰা আহিছে বুলি সুধিলে। তেতিয়া মানুহজনে তেওঁ এজন বিদেশী লোক আৰু তেওঁৰ কোনো নিৰ্দিষ্ট বসতি স্থান নাই, সদায় দেশ দেশান্তৰ পৰিভ্ৰমণ কৰে আৰু নাম দেৱদত্ত বুলি জনালে। তেতিয়া ৰজাই কলে হে দেৱদত্ত। তুমি দেশান্তৰ ভ্ৰমণ কালত কিবা



অপূৰ্ব দেখিছা যদি বৰ্ণনা কৰা। দেৱদত্তই কবলৈ আৰম্ভ কৰিলে। হে মহাৰাজ। উদয়াচলত আদিত্যদেৱৰ এটা মহৎ প্ৰাসাদ আছে, তাতে গঙ্গা প্ৰবাহিত, সেই আকাশী গঙ্গাৰ পাৰত পাপ বিনাশন প্ৰভুশিৱৰ এখন দেৱালয় আছে। প্ৰৱাহিত গঙ্গাৰ মাজৰপৰা এটি সুৱৰ্ণ স্তম্ভ উত্থিত হয় আৰু সেই স্তম্ভৰ ওপৰ ভাগত নৱৰত্ন মণ্ডিত এখন সিংহাসন দেখা যায়। সুবৰ্ণ স্তম্ভটো সূৰ্য্যোদয়ৰ পিছৰপৰা পূৰ্ণ গতিত বৃদ্ধিপ্ৰাপ্ত হয়, মধ্যাহ্ন সময়ত ই সুউচ্চ হৈ সূৰ্যমণ্ডলত প্ৰবেশ কৰে আৰু তাৰ পিছত যেতিয়া সূৰ্যদেৱ অস্তমিত হয় তেতিয়া সেই স্তম্ভটো আপোনা আপুনি গঙ্গা প্ৰৱাহত নিমজ্জিত হৈ যায়। এনে ঘটনা নিতৌ সংঘটন হোৱা বুলি দেৱদত্তই ৰজাৰ আগত কলে। তাকে শুনি বিক্ৰমাদিত্যই দেৱদত্তক লগত লৈ উদয়াচললৈ যাত্ৰা কৰিলে। সেই ঠাইত উপস্থিত হৈ, ৰজাই তাতেই ৰাতিটো বিনিদ্ৰ ভিছাপে কটালে। ৰাতিপুৱা সূৰ্যোদয়ৰ পিছত গঙ্গাৰ মাজৰপৰা ৰত্ন সিংহাসন বিশিষ্ট হেম স্তম্ভ যেতিয়া ওপৰলৈ ওলাই আহিব ধৰিলে। তেতিয়া সেই স্তম্ভৰ ওপৰত থকা সিংহাসনত ৰজাই গৈ বহি পৰিল। ক্ৰমে মধ্যাহ্ন সময়ত স্তম্ভ উৰ্দ্ধগামী হৈ সূৰ্যামণ্ডলত প্ৰৱেশ কৰিলে আৰু অগ্নিকণা সদৃশ সূৰ্য্য ৰশ্মিজালত পৰি ৰজাৰ দেহ গোলাকাৰ স্থুলা-কৃতি ৰূপ ধাৰণ কৰিলে। সূৰ্য্যদেৱ সন্তুষ্ট হৈ ৰজাৰ পিণ্ডাকৃতি দেহৰ ওপৰত অমৃতসেচন কৰিলত ৰজাই দিব্যদেহ লাভ কৰি সূৰ্যদেৱৰ স্তুতি আৰম্ভ কৰিলে। যেনে— নমঃ সৱিত্ৰে জগদেকচক্ষুষে জগৎ প্ৰসূতি স্থিতি নাশ হেতবে। ত্ৰয়ী ময়ায় ত্ৰিগুণাত্মক ধাৰিণে, বিৰিঞ্চি নাৰায়ণ শঙ্কৰাত্মণে॥" যি জগতৰ জন্মদাতা আৰু এক চক্ষু ৰূপ, ত্ৰয়ীময়, ত্ৰিগুণাত্মক আৰু ব্ৰহ্ম নাৰায়ণ শঙ্কৰৰূপী হে সৱিতৃ দেৱ। আপোনাক শত সহস্ৰ প্ৰণাম জনাইছো। তেতিয়া সৱিতৃ দেৱেও কলে হে নৰপতি? তুমি মহা সাৰময়, কাৰণ সকলো জীৱৰে অগম্য এই মণ্ডলত উপস্থিত হোৱা বাবে তোমাৰ প্ৰতি প্ৰসন্ন হৈছো। কি অভিপ্ৰায় আছে প্ৰকাশ কৰা। ৰজাই সিদ্ধ মুনিসকলৰ আকাঙ্ক্ষিত সূৰ্য্য মণ্ডল পোৱা দেখি

নিজকে অতি সৌভাগ্যশালী বুলি বৰ্ণনা কৰিলে আৰু কলে যে হে দেৱ। আপোনাৰ মণ্ডলতে বিক্ৰমাদিত্যৰ সমগ্ৰ অৰ্থৰাশি বিদ্যমান আছে। ৰজাৰ বাক্য শ্ৰৱণ কৰি সূৰ্য্যদেৱ সন্তুষ্ট হল আৰু ৰজাক সূৰ্য কান্তমনি যুগল প্ৰদান কৰি কলে যে ইয়াৰপৰা ৰজাই আকাঙ্ক্ষা কৰা ৰত্নৰাজি নিতৌ লাভ কৰিবা। ৰজাই তাৰপৰা বিদায় হৈ সিংহাসনত উঠি প্ৰত্যাবৰ্তন কৰাৰ পিছত উজ্জয়িনীলৈ উভতি আহোঁতে বাটত এজন দৰিদ্ৰ ব্ৰাহ্মণ সমুখ হৈ ৰজাক কবলৈ ধৰিলে যে যি বেদান্ত শাস্ত্ৰই সমস্ত ভূৱন ব্যাপি অদ্বিতীয় পুৰুষ বুলি যাক বৰ্ণনা কৰে, য'ত ঈশ্বৰ শব্দ যথাৰ্থ ৰূপে বিদ্যমান থাকে, মোক্ষাভিলাষী সকলে প্ৰাণায়াম আদি অনুষ্ঠানৰ দ্বাৰা হৃদয়াভ্যন্তৰত যাকনিয়মিত কৰিবলৈ অহোপুৰুষাৰ্থ কৰে, সুদৃঢ় ও সুস্থিৰ ভক্তি যোগৰ দ্বাৰা সুলভ্য দেৱদিদেৱ মহাদেৱে আপোনাৰ মঙ্গল সাধন কৰ'ক বুলি ব্ৰাহ্মণে আশীৰ্বাদ জনালে আৰু ৰজাক ক'লে যে ব্ৰাহ্মণৰ পৰিবাৰ বহুতো, তাতে অতি দাৰিদ্ৰ হোৱা কাৰণে নিতৌ ভিক্ষা বৃত্তি অৱলম্বন কৰি ভ্ৰমণ কৰে তথাপি উদৰ পূৰণ নহয়। সেই কথা শুনি ৰজাই ব্ৰাহ্মণৰ প্ৰতি দয়া পৰৱশ হৈ সূৰ্যাকান্ত মণি দুটা তেওঁক দান দি নিজৰ ৰাজধানীত সুদা হাতেৰে উপস্থিত হ'ল। ব্ৰাহ্মণে সন্তুষ্ট চিত্তেৰে নিজ স্থানলৈ গমন কৰিলে। অপেস্বৰীয়ে কলে হে মহাৰাজ। আপোনাৰো তেনেকুৱা দয়া গুণ থাকিলে এই সিংহাসন গ্ৰহণ কৰোঁতে একো বাধা নেথাকিব।

ৰজাই অপেস্বৰীৰ মুখৰপিনে চাই ৰ'ল। একো নেমাতিলে।

———

# অপেস্বৰী—১৯

পুনৰায় ৰজা ভোজে সিংহাসনত আৰোহণ কৰিবৰ সময়ত অপেস্বৰীয়ে কবলৈ ধৰিলে হে মহাৰাজ। অলপ অপেক্ষা কৰি বিক্ৰমাদিত্য ৰজাৰ কীৰ্তি কাহিনী অনুধ্যান কৰক। ৰজাই কলে হে অপেস্বৰী অৱগতি আছে. তুমি প্ৰকাশ কৰা। অপেস্বৰীয়ে বিজ্ঞাপিত কৰিলে যে বিক্ৰমাদিত্যৰ ৰাজত্ব কালত সুবিস্তৃত ভূমণ্ডলত সমস্ত লোকেই আনন্দেৰে কাল কটাইছিল। ব্ৰাহ্মণ সকল নৱ গুণৰ অধিকাৰী ষট্ কৰ্ম নিৰত, স্ত্ৰীসকল পতিপৰায়না, পুৰুষ সকল শত বৰ্ষজীৱী, বৃক্ষ-সমূহ সদায় ফল ধাৰণকাৰী, মেঘবোৰ যথাসময়ত প্ৰচুৰ বৰ্ষণকাৰী, পৃথিৱী শস্য পৰিপূৰ্ণা, লোকসকলৰ পাপৰ প্ৰতি ভয়, অতিথি সকলৰ সেৱা, জীৱৰ প্ৰতি দয়া, গুৰুজনৰ প্ৰতি পূজা, আৰু সৰ্বতিকালে দান কাৰ্য্যত ৰত থকা আদি সমুদায় সৎ প্ৰবৃত্তিবোৰ প্ৰজাসকলৰ মাজত বিৰাজমান আছিল। এদিনাখন বিক্ৰমাদিত্য ৰাজসভাত উপবিষ্ট থকা সময়ত বিভিন্ন বেশ ভূষাৰে বিভূষিত সামন্ত ৰজাৰ ৰাজকুমাৰসকল উপস্থিত হৈ ৰজাৰ আগত উদ্ধতালি প্ৰদৰ্শন কৰিব ধৰিলে, যেনে সেই ৰাজকোঁৱৰ সকলৰ কিছুমানে ৰজাৰ প্ৰশস্তি পাঠ কৰিব ধৰিলে, কোনো কোনোজনে নিজৰ বংশাৱলীৰ যশস্যা কীৰ্তণ কৰিব ধৰিলে, কোনোজন উদ্ধত স্বভাৱীয়ে নিজ বাহু ডাঙি ধৰি আপোনাৰ বাহু-বলৰ প্ৰশংসা কৰিব ধৰিলে, কোনো কোনেজন দাড়ি গোফেৰে ভোৰো-কাৰ হৈ উঠা যুৱক ৰাজকুমাৰ পৰস্পৰে পৰস্পৰক উপহাস কৰি হাঁহিৰে খলকনি তুলিছে, তেওঁলোকৰ কেইবাজনে শৰণাগত পালক দৰিদ্ৰ বন্ধু বুলি নিজকে নিজে প্ৰশংসা কৰিছে, আন কেইজনমানে পৰোপকাৰী মঙ্গলকামী বুলি ওপৰলৈ দুই হাত তুলি ধৰি জয় মহাৰাজৰ জয়, জয় বিক্ৰমাদিত্যৰ জয় বুলি জয় ধ্বনি দি ৰাজ সভাৰ

সন্মুখত এটা হুলস্থুল পৰিবেশ ৰচনা কৰি তুলিলে। এই সময়তে নগৰৰ পৰা চিকাৰী ব্যাধ এজন আহি সেৱা জনাই ৰজাৰ আগত নিবেদন কৰিলে যে নগৰৰ অন্তৰ্বৰ্ত্তী মহা অৰণ্যত এটা বিকটকায় বৰাহৰ (গাহৰী) আবিৰ্ভাৱ হৈছে আৰু ৰজাই তাক বধ নকৰিলে নগৰীয়া প্ৰজাসকলৰ অনিষ্ট সাধন হ'ব। সেই কথা শুনি বিক্ৰমাদিত্যই অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত হৈ সেই উদ্ধত যুৱক সকলেৰে সৈতে অৰণ্যলৈ যাত্ৰা কৰিলে আৰু নদীপাৰৰ কুঞ্জবনৰ ভিতৰত থকা প্ৰকাণ্ড বৰাহটো মাৰিবলৈ অস্ত্ৰ কৌশল প্ৰয়োগ কৰিলে। সেই গাহৰীটোৱে ৰজাৰ সকলো অস্ত্ৰ নিক্ষেপ ব্যৰ্থ কৰি দি পৰ্বতৰ গহ্বৰত প্ৰৱেশ কৰিলে। ৰজাইও তাৰ পিছে পিছে খেদি গৈ পৰ্বতত এটা সুৰঙ্গ দেখি তাতে সুমাই ঘোৰ অন্ধকাৰৰ মাজেৰে কিছুদূৰ আগবাঢ়ি যোৱাৰ পিছত এখন ৰম্য নগৰীত উপস্থিত হ'ল। সেই নগৰখন শুভ্ৰ বৰণৰ প্ৰাচীৰ বিশিষ্ট আৰু আকাশলংঘী প্ৰাসাদসমূহৰ দ্বাৰা অতি মনোহৰ ৰূপ ধাৰণ কৰিছে। সেই নগৰখন দেৱালয় ও উপবন, উদ্যান আদিৰ দ্বাৰা অলংকৃত অভিলষিত সমস্ত বস্তুৰে পৰিপূৰ্ণ আৰু অনেক বিলাস বিলাসিনীৰ দ্বাৰা ৰমণীয় হৈ উঠিছে। তাৰ পিছত ৰজাই অতিশয় বিতোপন ৰাজভৱন দেখিলে। তাত বিৰোচনৰ পুতেক বলি ৰজাই ৰাজত্ব কৰে। বিক্ৰমাদিত্যই সেই ৰাজধানাত প্ৰৱেশ কৰা দেখি বলিৰাজে তেওঁক ততালিকে সাদৰ সম্ভাষণ জনালে আৰু বহিবলৈ ৰমণীয় সিংহাসন আগ বঢ়াই দি তালৈ আগমনৰ কথা সুধিলে। ৰজা বিক্ৰমে পাতালপুৰি বলিৰাজ ভৱন দৰ্শনৰ মানসে তাত উপস্থিত হোৱাৰ কথা জনালে। বলিৰাজে বিক্ৰমাদিত্যৰ আগমনত আহ্লাদিত হ'ল। আৰু তেওঁৰ পদাৰ্পনৰ দ্বাৰা বলি ভৱন পৱিত্ৰ হোৱা বুলি গৌৰৱ প্ৰকাশ কৰিলে। বিক্ৰমাদিত্যই কলে হে বলিৰাজ। আপোনাৰ অন্তঃকৰণ নিৰ্মল, শুদ্ধ আৰু আপোনাৰ জন্মই সাৰ্থক, যিহেতু বৈকুণ্ঠৰ অধিপতি নাৰায়ণ ইয়াত সদায় বিৰজমান থাকে। এইদৰে দুয়োজন ৰজাই বাক্য বিনিময়ৰ পিছত বলিৰাজে বিক্ৰমাদিত্যক এটা স্মৃতি



উপহাৰ দিয়াৰ অনুমতি বিচাৰিলত বিক্ৰমাদিত্যই স্মৃতি চিহ্ন গ্ৰহণৰ আৱশ্যক নোহোৱাৰ কথা প্ৰকাশ কৰি কলে যে তেওঁৰ ৰাজ ভৱনত কোনো বস্তুৰে প্ৰয়োজন নাই কাৰণ তাত সকলো বস্তুৰেই পৰিপূৰ্ণ হৈ আছে। বলিৰাজে ক'লে যে শাস্ত্ৰত আছে—"নোপকাৰং বিনা প্ৰীতিঃ কদাচিৎকস্য জায়তে। উপযাচিত দানেন যথা দেৱাহাভীষ্টদাঃ"। অৰ্থাৎ উপচাৰ ব্যতিৰেকে কেতিয়াও কোনো জনৰে প্ৰীতি লাভ কৰা দেখা নাযায়। উপ যাচক হিচাপে কৰা দানৰ দ্বাৰাও দেৱতাসকল অভীষ্ট দায়ক হয় বুলি কয়। বিবেকহীন পশুসকলক যদি সদায় আহাৰ দান কৰা হয় তেতিয়া হ'লে সিও পুত্ৰৰ দৰে প্ৰিয় হৈ উঠে। বলিৰাজে ৰস আৰু ৰসায়ন নামৰ দুটা বস্তু বিক্ৰমাদিত্যক উপহাৰ হিচাপে আগ বঢ়ালে। বিক্ৰমাদিত্যই বলিৰাজে প্ৰদান কৰা দুয়োটা বস্তুকে গ্ৰহণ কৰি তাৰপৰা বিদায় ল'লে। ৰজাই গহ্বৰৰ পৰা ওলাই আহি ঘোঁৰাত উঠি নিজ নগৰলৈ আহোঁতে বাটত মহাদৈন্য দশাম্পন্ন দৰিদ্ৰ আৰু ৰোগাক্ৰান্ত কোনো এজন ব্ৰাহ্মণে পুত্ৰৰে সৈতে ৰজাক নমস্কাৰ জনাই কবলৈ ধৰিলে হে মহাৰাজ! ক্ষুধা পীড়িত দৰিদ্ৰ ব্ৰাহ্মণৰ দৰিদ্ৰতা মোচন কৰ'ক। তেতিয়া ৰজাই কলে যে তেওঁৰ হাতত ৰস আৰু ৰসায়ন বোলা দুটা বস্তু আছে। সেই দুটাৰ ভিতৰত ৰসৰ দ্বাৰা সদায় নানাবিধ ধাতু দ্ৰব্য আৰু ভোজনৰ সামগ্ৰী লাভ হয় আৰু ৰসায়ন বস্তুৰ দ্বাৰা জৰা-মৰণ ৰহিত হ'ব পাৰি, এই দুটাৰ ভিতৰৰ এটা ব্ৰাহ্মণে গ্ৰহণ কৰিব পাৰে। ৰজাৰ কথা শুনি ব্ৰাহ্মণে আৰু ব্ৰাহ্মণ পুত্ৰৰ মাজত বিবাদ আৰম্ভ হ'ল। ব্ৰাহ্মণ পুত্ৰই কয় যে ৰসায়ন বস্তু গ্ৰহণৰ দ্বাৰা জৰা মৰণ বৰ্জিত হৈ দাৰিদ্ৰ্য জীৱন যাপন কৰাতকৈ দৰিদ্ৰতাৰ পৰা মুক্তি লাভ কৰি জীৱন ধাৰণ কৰাটোৱে বুদ্ধিমানৰ কাম হ'ব। গতিকে ৰস বস্তু লাভ কৰি শ্ৰেয়ঃ সাধন কৰিব লাগে। ব্ৰাহ্মণৰ বিৰোধ উপস্থিত হোৱা দেখি ৰজাই দয়া কৰি দুয়োটা বস্তুকে ব্ৰাহ্মণক দান দি ৰাজধানীলৈ আগমন কৰিলে আৰু ব্ৰাহ্মণেও ৰজাৰ স্তুতি গান গাই নিজ ঠাইলৈ গুচি গ'ল। অপেস্বৰীয়ে ক'লে হে মহাৰাজ! যদি আপুনিও দয়া গুণৰ অধিকাৰী হয় তেনেহলে সিংহাসন গ্ৰহণ কৰক। ৰজা ভোজে তলমুৰ কৰি থাকিল।

———

# অপেস্বৰী—২০

ভোজ ৰজাই সিংহাসনত বহিবলৈ সচেষ্ট হওঁতে অপেস্বৰীয়ে কবলৈ ধৰিলে হে মহাৰাজ! বিক্ৰামাদিত্যৰ নিচিনা গুণান্বিত ৰজাইহে এই সিংহাসনত বহিবৰ উপযুক্ত। ৰজা ভোজই কলে তেনেহলে তুমি বিক্ৰমাদিত্যৰ গুণ বৃত্তান্ত প্ৰকাশ কৰা। অপেস্বৰীয়ে বৰ্ণনা কৰিলে যে বিক্ৰমাদিত্যৰ ৰাজত্ব কালত ৰজাই ছয় মাহ কাল ৰাজ সভাত উপস্থিত থাকে আৰু বাকী ছয় মাহ দেশ দেশান্তৰ ভ্ৰমণ কৰি সকলো প্ৰজাৰ অৱস্থাৰ বিষয়ে সম্যক জ্ঞান আহৰণ কৰে। এসময়ত ৰজাই নানা দেশ পৰ্য্যটন কৰি পম্পালয় নামৰ এখন নগৰত উপস্থিত হল। সেই নগৰৰ বহিৰ্ভাগত এটা পৱিত্ৰ সৰোৱৰ দেখি ৰজাই তাৰ পানী খাই উঠি তাতে অলপ সময় বিশ্ৰাম লাভ কৰিছিল। সেই সময়তে আন কিছুমান বিদেশী পৰিভ্ৰমণকাৰীলোক সেই ঠাইত উপনীত হল আৰু তেওঁলোকে সেই পুখুৰীৰ পানী খাই ৰজাৰ ওচৰতে বহি পৰস্পৰে আলোচনা কৰিব ধৰিলে। তেওঁলোকে বহুতো দেশ দেখিলে, অনেক তীৰ্থস্থান দৰ্শন কৰিলে, অতিশয় দুৰ্গম স্থানত গমন কৰিলে, লোকৰ অগম্য পৰ্বতৰ ওপৰতো আৰোহণ কৰিলে তথাপি তেওঁলোকে কোনো ঠাইতে মহানুভৱ পুৰুষৰ সাক্ষাত লাভ কৰিব নোৱাৰিলে। অন্য এজন পুৰুষে কলে যে যি ঠাইত মহাপুৰুষৰ অৱস্থান আছে সেই ঠাইলৈ যোৱাটো অসাধ্য, পথ অতি দুৰ্গম, বাটৰ মাজে মাজে বিঘ্ন বিপত্তিৰ সম্ভাৱনা আৰু মৰণৰ আশংকা আছে। যি উদ্যমৰ দ্বাৰা প্ৰথমতে যদি আত্ম বিনাশৰ সন্দেহ জন্মে তেনেহলে বুদ্ধিমান পুৰুষে সেই আত্মঘাতী উদ্যম পৰিত্যাগ কৰি আত্ম ৰক্ষা কৰাটো কৰ্তব্য। উক্ত আছে যে— "পুনৰ্দাৰাঃ পুনৰ্বিত্তং পুনঃ ক্ষেত্ৰং তথৈৱচ। পুনঃ শুভা শুভং কৰ্ম শৰীৰং ন পুনঃ পুনঃ॥ অৰ্থাৎ পুৰুষ সকলে পত্নী, ধন,



মাটি সম্পত্তি আৰু শুভাশুভ কৰ্ম আদি বাৰে বাৰে লাভ কৰিব পাৰে কিন্তু শৰীৰ মাত্ৰ এবাৰহে পাব পাৰে। বিচক্ষণলোকে বিপদযুক্ত দুঃসাধ্য কাম কৰাৰ পৰা বিৰত থাকে আৰু তেনে কামত প্ৰবৃত্ত নহয়। ইয়াকো দেখা যায় যে পৰ্বতত আহোৰণ কৰা বিষম কাম আৰু ঘোৰতৰ বিপদ শঙ্কুল, বহু হিংস্ৰ জন্তুৰে সমাকীৰ্ণ, গতিকে জীৱনৰ সংশয় স্বৰূপ পৰ্বতত ৰিজ্ঞলোকে কেতিয়াও উঠিবলৈ নাযায়; এইবোৰ কথা শুনি ৰজাই মাত লগালে— হে বিদেশীসকল! পুৰুষে যি পৰ্যন্ত সাহস ও পুৰুষত্ব প্ৰকাশ নকৰে সেই পৰ্যন্ত সকলো বস্তুৱেই দুৰ্লভ হৈ থাকে। কথিত আছে যে সংশয়াৰূঢ় আৰু সাহসী পুৰুষেই দুষ্প্ৰাপ্য অথচ বাঞ্চিত বস্তু লাভ কৰিবলৈ সমৰ্থ হয় এলেহুৱা জনে তেনে বস্তু কেতিয়াও পাব নোৱাৰে। বিনা কষ্টে আকাশৰ পৰা বৰষুণৰ পানী পোৱা গলেও কষ্টলব্ধ কুঁৱাৰ পানীও পুৰুষেই উদ্ধাৰ কৰে। গতিকে দেখা যায় যে কষ্ট নকৰিলে পুৰুষে সুখ লাভ কৰিব নোৱাৰে। সংসাৰত সাহসী সকলেই বলৱান। ৰজাৰ কথা শুনি এজনে কলে—হে মহান! কি সংবাদ কওঁকচোন। তেতিয়া ৰজাই কবলৈ ধৰিলে যে এই ঠাইৰপৰা বাৰ যোজন দূৰ অতিক্ৰম কৰিলে এখন ঘোৰ অৰণ্য পোৱা যায়। তাতে বিষম নামৰ পৰ্বতত ত্ৰিকালনাথ নামেৰে এজন যোগীশ্বৰ ধ্যান মগ্ন হৈ থকা দেখা যায়। যিজনে তেওঁক দৰ্শন কৰে তেওঁৰ ধৰ্ম আৰু অৰ্থ লাভ হয়। ৰজাই সেই স্থানলৈ যাত্ৰা কৰিবলৈ ওলোৱাত বিদেশী যাত্ৰীসকলেও ৰজাৰ সৈতে যাত্ৰা কৰিলে। তাৰ পিছত তেওঁলোকে বহুদূৰ পথ অতিক্ৰম কৰিলত দূৰ্গম পথ শ্ৰান্ত হৈ পৰিল আৰু ৰজাক সুধিলে বাট কিমান দূৰ আছে? তেতিয়া ৰজাই আৰু চাৰি যোজনৰ বাট থকা বুলি কোৱাৰ পিছত তাৰ পৰা দুই যোজনৰ বাট যোৱাত তেওঁলোকে বাটত ভীষণ আকৃতিৰ এক অগ্নিমুখ সৰ্পৰাজৰ সন্মুখীন হ'ল। তাকে দেখি ৰজাক অকলশৰীয়াকৈ এৰি বাকী কেইজন তাৰ পৰা পলাই গুছি গ'ল। ৰজাই নিৰ্ভীক হিছাপে অগ্ৰসৰ হোৱাত সৰ্পৰাজে মেৰিয়াই ধৰি ৰজাক

দংশন কৰিলে। ৰজাই কাপোৰৰ দ্বাৰা দেহটো ঢাকি লৈ কোনোমতে ঋষিৰ ওচৰত উপস্থিত হ'ল। অৱশেষত ত্ৰিকালনাথ যোগীৰ পৰশত সৰ্পৰ নিধন হ'ল আৰু ৰজাও বিষৰ পৰা মুক্ত হ'ল। যোগীয়ে ৰজাক সুধিলে হে মহান? এই স্থান মনুষ্যৰ অগম্য ও মহা প্ৰমাদ বিশিষ্ট ইয়ালৈ অহাৰ বা কি কাৰণ? ৰজাই কলে হে প্ৰভু। লোক মুখত এই স্থানৰ কথা আৰু যোগীৱৰৰ সংবাদ শুনি তাকে অৱগত হৈ প্ৰত্যক্ষ কৰাৰ কাৰণে আগমন কৰা বুলি জনালে আৰু কলে যে ৰজাৰ উপস্থিতি কষ্টজনক হলেও যোগীবৰৰ দৰ্শনত তেওঁৰ পাপ বিনাশ ঘটিছে। উক্ত আছে যে যি পৰ্যান্ত শৰীৰ সদৃঢ় থাকে, ইন্দ্ৰিয় শক্তি অক্ষুন্ন ৰয়, জৰা অৱস্থাই লগ নিদিয়ে সেই পৰ্যন্ত আত্ম মঙ্গলৰ হেতুকে যত্ন কৰা বিদ্বান লোকৰ কৰ্ত্তব্য। ঘৰত জুই জ্বলি উঠাৰ পিছত কুঁৱা খান্দি পানী ঢলাৰ ব্যৱস্থা কৰাৰ দৰে জৰাগ্ৰস্ত দেহৰ দ্বাৰা কষ্ট সাধ্য কাম কৰাটো সাধ্যাতীত হৈ উঠে। এইবোৰ কথা শুনি যোগী সন্তুষ্ট হৈ ৰজাক তিনিটা বস্তু যেনে— এডাল লাখুতি, এপাট বোকনি আৰু এডাল কাঠৰ শলা দান দিলে। সেইবোৰৰ গুণ এনে ধৰণৰ যেনে— কাঠৰ শলা ডালেৰে মাটিৰ ওপৰত যিমান আঁচ-টনা হব সিমান যোজন দূৰ যাবলৈকে যান বাহনৰ উৎপন্ন হব! লাখুটিডাল সোঁ হাতেৰে লৈ মৃত শৰীৰ স্পৰ্শ কৰিলে মৃত জীৱনে পুনৰ্জীৱন লাভ কৰিব আৰু সেইডাল বাওঁহাতেৰে লৈ স্পৰ্শ কৰিলে তুৰ্দান্ত সৈন্য আদি ধ্বংস প্ৰাপ্ত হব। বোকনিপাত হাতত লৈ যি বস্তু ইচ্ছা কৰা হয় তাকেই লাভ কৰা যায়। ৰজাই যোগী প্ৰদত্ত বস্তু কেইটালৈ তেওঁক নমস্কাৰ জনাই তাৰপৰা বিদায় হৈ আহি থাকোতে অৰণ্যৰ ভিতৰত কোনো এজন ৰজাৰ কোঁৱৰে একুৰা জুই দপ্ দপ্ কৈ জ্বলাই লৈ তাতে কাঠ নিক্ষেপ কৰি আছে। তাতে এনেকৈ জুই জ্বলাই থকা দেখি ৰজাই সুধিলে হে যুৱক! তুমি কি কাৰণত এনেদৰে অগ্নি প্ৰজ্জলন কৰিছা? ৰজাৰ কথা শুনি যুৱকে কলে যে সি কোনো এজন ৰজাৰ পুত্ৰ হয়। জ্ঞাতি সকলে বিদ্ৰোহ



আচৰণ কৰি তেওঁৰ ৰাজ্য অধিকাৰ কৰিছে আৰু তেওঁক ৰাজ্যৰপৰা নিৰ্বাসন দিছে। সি এতিয়া দৰিদ্ৰ হৈছে আৰু তাৰ জীৱন নিৰ্বাহ কৰাটো তাৰ পক্ষে অসহনীয় হৈ উঠিছে। সেয়েহে দেহত্যাগ কৰাৰ মানসেৰে এই অগ্নি স্থাপন কৰা হৈছে। তেতিয়া বিক্ৰমাদিত্যই ৰাজ কুমাৰক অভয়দান দি যোগীয়ে দিয়া আটাই কেইবিধ বস্তুকে তেওঁক দিলে আৰু সেইবোৰৰ গুণাগুণৰ কথা বুজাই দি ৰাজধানীলৈ প্ৰত্যাৱৰ্ত্তণ কৰিলে। অপেস্বৰীয়ে কলে হে ৰজা! যদি তেনে দয়াগুণ আপোনাৰো আছে তেতিয়াহলে এই সিংহাসন গ্ৰহণ ক'ৰক।

ৰজাই মৌন হৈ অপেস্বৰীৰ মুখলৈ চাই ৰ'ল।

---

# অপেস্বৰী—২১

ৰাজা ভোজে আগৰ দৰে সিংহাসনত উঠিবলৈ যোৱা মূহুৰ্ত্তত অপেস্বৰীয়ে কবলৈ ধৰিলে হে মহাৰাজ! ৰজা বিক্ৰমাদিত্যৰ দৰে গুণী পুৰুষেহে এই সিংহাসনৰ যোগ্য । ভোজ ৰজাই বিক্ৰমাদিত্যৰ গুণৰ কথা সুধিলত অপেস্বৰীয়ে কবলৈ আৰম্ভ কৰিলে আৰু ৰজাই মনোযোগেৰে শুনিবলৈ ললে অপেস্বৰীয়ে কলে বিক্ৰমাদিত্যৰ ৰাজত্ব কালত বুদ্ধি সিন্ধু নামেৰে তেওঁৰ এজন মন্ত্ৰী আছিল । সেই মন্ত্ৰীৰ অনৰ্গল নামৰ এজন পুতেক আছিল আৰু সি তাৰ বাল্য কাল পাৰ হৈ যোৱাৰ পিছতো সৰু লৰাৰ দৰে ৰংধেমালী কৰি কাল কটাইছিল । কালক্ৰমত সি এজন মূৰ্খৰ দৰে হৈ উঠিল । মন্ত্ৰীয়ে পুতেক অনৰ্গলক ধিকাৰ দি কৈছিল যে মন্ত্ৰীপুত্ৰ হৈও সি বিদ্যাহীন মূৰ্খ বুলি জনাজাত হল । শাস্ত্ৰত কৈছে যে— "অপুত্ৰস্য গৃহং শূন্যং শূন্যোদেশো হ্যবান্ধৱঃ । মূৰ্খস্য হৃদয়ং শূন্যং সৰ্ব্ব শূন্যাদৰিদ্ৰতা" ॥ অৰ্থাৎ পুত্ৰহীন গৃহস্থৰ ঘৰখন শূন্য যেন ভাৱ হয়, বন্ধুহীন দেশ শূন্য বুলি কোৱা হয়, মূৰ্খজনৰ হৃদয় শূন্য আৰু দৰিদ্ৰতা সৰ্ব্ব শূন্য বুলি কথিত হয় । মূৰ্খপুত্ৰৰ দ্বাৰা পিতৃৰ কোনো কথাই সাধন নহয় । যি পুত্ৰ বিদ্বান ও ধাৰ্ম্মিক নহয়, যি গাইগৰু গৰ্ভিনী নহয় আৰু গাখীৰ নিদিয়ে, তেনে পুত্ৰ আৰু গাই গৰুৰ দ্বাৰা কোনোজনৰে একো উপকাৰ নহয় । ইয়াকো দেখা যায় যে মৃত আৰু অজ্ঞাত পুত্ৰই মানুহৰ মনত অলপ সময়ৰ কাৰণেহে কষ্ট দিয়ে কিন্তু মূৰ্খ পুত্ৰই সংসাৰী জনক আজীৱন দগ্ধ কৰি ৰাখে । বাঁহৰ আগত নিচান আঁৰি থোৱাৰ দৰে মূৰ্খ পুত্ৰই বংশৰ শ্ৰীবৃদ্ধি নকৰে কেৱল জন্ম লাভৰ দ্বাৰা সেইসকল পুত্ৰই মাতৃৰ যৌৱন বিনাশ কৰে। পিতাকৰ এনেবোৰ কথা শুনি অনৰ্গল অত্যন্ত পৰিতপ্ত হ'ল আৰু বৈৰাগ্য অৱলম্বন কৰি বাহিৰ ওলাই দেশান্তৰলৈ



যাত্ৰা কৰিলে । সি গৈ কোনো এখন নগৰত এজন উপাধ্যায়ৰ ওচৰত অধ্যয়ন কৰাৰ পিছত নীতি শাস্ত্ৰত জ্ঞান লাভ কৰি নিজ দেশলৈ উভতি অহাৰ সময়ত এখন অৰণ্যৰ কাষত এটা দেৱালয় দেখা পালে । দেৱালয়ৰ ওচৰত পদুম ফুলেৰে ভৰপুৰ আৰু চক্ৰৱাক পক্ষী আদিৰে সমাকীৰ্ণ এটা সৰোৱৰ দেখি অনৰ্গলে তাৰ পাৰত বহি পৰিল । সেই পুখুৰী খনৰ একাংশত পানী উত্তপ্ত হোৱা দেখি সি চিন্তা কৰি থাকোতে বেলি মাৰ গ'ল আৰু অনৰ্গলে তাতে ৰাতিটো যাপন কৰিব বুলি ভাবিলে । অনৰ্গলে দেখিলে যে সেই উত্তপ্ত পানীৰ পৰা আঠজনী দেৱতাৰ জীয়াৰী ওলাই আহি কাষতে থকা এখন দেৱালয়ত প্ৰৱেশ কৰিলে আৰু নৃত্য গীতৰ দ্বাৰা দেৱালয় মুখৰিত কৰি তুলিলে । ৰাতি প্ৰভাত হোৱাৰ সময়ত সেই দেৱকন্যা সকল তপত পানীৰ পুখুৰীত ডুব গ'ল । সেই সময়ত অনৰ্গলক দেখি এজনী দেৱকন্যাই কলে হে যুৱক ! আমাৰ ৰাজ্যলৈ আহা ! অনৰ্গলে তপত পানীৰ ভয়ত তালৈ নগ'ল আৰু সি তধা লাগি চাই থাকোঁতে সেইকন্যা কেইজনী পানীত অদৃশ্যা হ'ল । তাৰ পিছত অনৰ্গল নিজ দেশলৈ উভতি আহি বন্ধু বান্ধৱৰ আগত দেশ ভ্ৰমণৰ কাহিনী বৰ্ণনা কৰিলে । তাৰ পিছত সি ৰাজ সভালৈ গৈ ৰজাক সেৱা জনালে । ৰজাই সুধিলে হে মন্ত্ৰীপুত্ৰ ! তুমি দেশ ভ্ৰমণত দেখা পোৱা কোনো ঘটনা আছে যদি তাক বৰ্ণনা কৰা । তেতিয়া অনৰ্গলে সি দেখা পোৱা দেৱকন্যা আৰু উত্তপ্ত হৈ থকা সৰোৱৰৰ কথা জনালে ৰজাই তাক লগত লৈ সেই ঠাইত উপস্থিত হ'ল আৰু ৰাতি হোৱালৈ অপেক্ষা কৰি থাকিল । অৱশেষত মাজনিশা সেই পুখুৰীৰ পৰা কন্যা কেই গৰাকী উঠি আহি দেৱালয়ত গৈ নৃত্য গীতেৰে ৰাতিটো কটাই দি প্ৰভাত সময়ত আকৌ পুখুৰীত নামোতে তেওঁলোকৰ এজনীয়ে ৰজাক দেখি মাত লগালে হে মহান আমাৰ ৰাজ্যলৈ আহক ! তেতিয়া ৰজাইও কন্যা কেইজনীৰ পিছে পিছে তপত পানীত প্ৰৱেশ কৰি তেওঁলোকৰ ৰাজ্য সপ্ত পাতাল পুৰীত উপস্থিত হ'ল আৰু দেৱকন্যা

সকলে ৰজাক আদৰ অভ্যৰ্থনা কৰি কলে হে বীৰ পুৰুষ! আপুনি আজিৰ পৰা এই ৰাজ্যৰ অধীশ্বৰ আৰু আমি আপোনাৰ সেৱিকা। তাকে শুনি ৰজাই কলে যে তেওঁৰ আন এখন ৰাজ্য আছে আৰু তেওঁ কন্যা কেইজনীক দেখাৰে পৰা মনত কৌতুহল জন্মিছে! ৰজাই সুধিলে যে আপোনালোক কোন? কিয় এনেকৈ থাকিব লগাত পৰিছে। কন্যা সকলে ৰজাক জনালে যে তেওঁলোক অষ্ট মহা ঐশ্বৰ্য্য। তেওঁলোক ক্ৰমে অণিমা-লঘিমা-গৰিমা-মহিমা-প্ৰকাম্য-ঈশিত্ব-বংশীত্ব আৰু প্ৰাপ্তি। ৰজাৰ প্ৰতি প্ৰসন্না হৈছে আৰু কি বৰ লাগে ৰজাক প্ৰাৰ্থনা জনাব কলে। তাৰ পিছত ৰজাই কৰযোৰে প্ৰাৰ্থনা জনালে যে তেওঁৰ অষ্ট ঐশ্চৰ্য্য সিদ্ধ হব লাগে। তেতিয়া তেওঁলোকে ৰজাক আঠটা মনি ৰত্ন দি কলে যে এইয়া সিদ্ধ স্বৰূপ মনি ৰত্ন গ্ৰহণ কৰ'ক। ৰজাই মনিবোৰ লৈ সেই পুৰীৰ পৰা বিদায় ক্ৰমে পুখুৰীৰ পানীৰ পৰা উঠি আহি নিজ ৰাজ্যলৈ গমন কৰোতে বাটত এক বৃদ্ধ ব্ৰাহ্মণে লগ পাই ৰজাক আশীৰ্ব্বাদ কৰিলে যে যি জনে হৰিৰ নাভি কমলত অৱস্থিতি কৰে আৰু ৱেদৰ আদি পাঠক সেই চতুৰামনে সততে আপোনাক ৰক্ষা কৰ'ক। আশীৰ্ব্বাদ শুনি ৰজাই কলে হে দ্বিজবৰ! আপোনাৰ বসতি ক'ত আৰু আগমনৰ কাৰণেইবা কি? ব্ৰাহ্মণে জনালে যে তেওঁৰ জন্মস্থান চন্দাপুৰত তেওঁ ধনহীন হোৱা কাৰণে ভাৰ্য্যাৰ পৰা ভৰ্ত্তসনা পাই বিদেশলৈ ওলাই আহিছে। ব্ৰাহ্মণে আকৌ কলে হে ৰাজন! নীতি শাস্ত্ৰ নাইবা লোক প্ৰসিদ্ধি আছে। নিৰ্ধন পুৰুষক-ভাৰ্য্যা প্ৰভৃতি অতি আপোনজনেও সময়ত পৰিত্যাগ কৰে আৰু সদ্‌বন্ধু সকলেও বহু কথা শুনায়। ধনহীন পুৰুষ যদি বিশিষ্ট গুণ সম্পন্নও হয় তথাপি ধনৰ প্ৰভাৱশালী লোকে তেওঁক আতৰত ৰখা দেখা যায়। সদ্‌বংশজাত আৰু ন্যায়ত বিক্ৰমশালী লোক হলেও ধনহীন হলে তেনে পুৰুষক তিৰোতাইও ভজনা কৰিবৰ ইচ্ছা নকৰে। আকৌ ইয়াকো দেখা যায় যে পুৰুষৰ অঙ্গ প্ৰত্যঙ্গ বোৰ একে ধৰণৰেই, খোৱা লোৱা আদি কাম বোৰ একেই, বুদ্ধি



বৃত্তি আৰু মাত কথা বোৰো প্ৰায় একেই, কিন্তু ধন হীন পুৰুষ জন লোক সমাজত সময়ত আন এজন নজনা নেদেখা পুৰুষৰ দৰে হৈ উঠে এইটোৱে আচৰিত কথা। কথিত আছে যে "গুৰুঃ সুৰূপঃ সুভগস্তু ৱাগ্মী, শাস্ত্ৰানি চাস্ত্ৰানি ৱিদাং ৱৰস্তু অৰ্থং ৱিনা নৈৱ কলা কলাপং প্ৰাপ্নোতি মৰ্ত্ত্যোহি মনুষ্যলোকে"॥ অৰ্থাৎ গুৰুই হওঁক নাইবা সুৰূপ স্বাস্থ্যৱান, সুশীল, অস্ত্ৰজ্ঞ নাইবা শাস্ত্ৰজ্ঞ হওক. ধনহীন পুৰুষে লোক সমাজত আদৰ সন্মান লাভ কৰা দেখা নেযায়। এইবোৰ কথা শুনি ৰজাই বৃদ্ধ ব্ৰাহ্মণক ৰত্ন কেইটা দান দি নিজ নগৰলৈ গুছি গ'ল। ব্ৰাহ্মণে ৰজাক প্ৰণাম জনাই সন্তুষ্ট চিত্তে নিজ ঘৰলৈ গমন কৰিলে। অপেশ্বৰীয়ে কলে হে ৰজা! আপোনাৰো যদি দয়া গুণ আছে তেনেহলে এই সিংহাসনত আৰোহণ কৰিব পাৰিব। ৰজা ভোজে অপেশ্বৰীৰ পিনে চাই ৰল।

# অপেস্বৰী—২২

পুনৰায় ৰজা ভোজে অপেশ্বৰীৰ মূৰত ভৰি দি থিয় হৈ সিংহাসনত বহিবলৈ যত্নপৰ হৈছিল তেতিয়াই অপেস্বৰীয়ে মাত লগাই কবলৈ ধৰিলে— হে মহাৰাজ ! যিজন লোকৰ ৰজা বিক্রমাদিত্যৰ দৰে ঔদাৰ্য্য আদি গুণ বিদ্যমান আছে সেইজন পুৰুষেই এই সিংহাসনৰ উপযুক্ত। তেতিয়া ৰজাই বিক্রমাদিত্যৰ কথা বৰ্ণনা কৰিবলৈ কোৱাত অপেস্বৰীয়ে ক'বলৈ ধৰিলে— হে ৰজা! শুনক, —বিক্রমাদিত্যৰ ৰাজত্ব কালত এসময়ত তেওঁ পৃথিৱী পৰ্য্যটন কৰাৰ মানসে বাহিৰ ওলাই গৈ নানা তীৰ্থস্থান, বহু দেৱালয়, অনেক ৰমণীয় পুৰী আৰু পৰ্বত আদি দৰ্শন কৰি এদিনাখন ৰত্নখচিত আকাশস্পৰ্শী প্ৰাকাৰৰদ্বাৰা পৰিবেষ্টিত আৰু সুশোভিত হৰিমন্দিৰ যুক্ত এক বিতোপন নগৰত উপস্থিত হ'ল আৰু দেৱালয়ৰ ওচৰতে থকা হ্ৰদৰ অৱগাহন আদি কাৰ্য্য সমাপন কৰি দেৱ মন্দিৰত দেৱতাৰ স্তুতি আৰম্ভ কৰিলে— 'হে দেৱ, আপুনি বাক্যৰ অগোচৰ, আপোনাৰ মহিমা পৰতত্ত্ববিদ্ ব্ৰহ্মাইও জানিবলৈ সমৰ্থ নহয়, আপোনাৰ ব্যতিৰেকে আনক ভজনা কৰা, নাম কীৰ্ত্তন কৰা আৰু আন দেৱতাৰ উপসনা কৰা পুৰুষৰ পক্ষে সমস্ত কাৰ্য্য নিৰৰ্থক হয়। হে— শ্ৰীনিৱাস! দাসত্ব দান কৰি সেৱকৰ অভিলাস সিদ্ধ কৰ'ক' বুলি কৈ ৰজাই সেৱা জনালে। তাৰ পিছত ৰজাই মন্দিৰৰ সভা গৃহত থকা এজন ব্ৰাহ্মণক দেখি সুধিলে— হে ব্ৰাহ্মণ। আপুনি ক'ৰ পৰা আগমন কৰিছে? ব্ৰাহ্মণে জনালে যে তেওঁ এজন তীৰ্থযাত্ৰী পৃথিৱী ভ্ৰমণৰ উদ্দেশ্যে ওলাইছে। তেতিয়া ৰজাও এজন পৃথিৱী পৰ্য্যটনকাৰী আৰু তীৰ্থযাত্ৰী বুলি ব্ৰাহ্মণক জনালে। সেই কথা শুনি ব্ৰাহ্মণে ৰজাক ভালকৈ নিৰীক্ষণ কৰিলত ৰজাৰ শৰীৰত ৰাজ চক্ৰৱৰ্ত্তী লক্ষণসমূহ থকাটো ধৰিব পাৰিলে আৰু কবলৈ



ধৰিলে যে আপুনি এজন ৰাজ-ৰাজেশ্বৰ, সিংহাসনৰ যোগ্যৱান পুৰুষ, কি কাৰণত তীৰ্থযাত্ৰী হৈ কষ্টকৰ জীৱন ধাৰণ কৰিব লগীয়া হৈছে? অথবা ললাটত যাৰ যি লিখা আছে তাৰপৰা হাত সাৰিব পৰা নেযায়। উক্ত আছে যে— "হৰিনাপি হৰেনাপি ব্ৰহ্মণাপি স্বৈৰেপি। ললাটে লিখিতা ৰেখা ন শক্যাঃ পৰিমাৰ্জ্জিততুম্"। অৰ্থাৎ— হৰি নাইবা হৰেই হওঁক, অথবা স্বয়ং ব্ৰহ্মা নাইবা আন দেৱতাই হওঁক, অদৃষ্টত যি লিখন থাকে তাক কোনেও মাৰ্জন কৰিব নোৱাৰে। ব্ৰাহ্মণে কোৱা কথাবোৰ ৰজাইও যুক্তি যুক্ত বুলি সম্মতি জ্ঞাপন কৰিলে। অথবা কথিত আছে যে "যুক্তিযুক্ত মুলাদেয়ং বচনং বালকাদপি। বিভুনাপি সদাগ্ৰাহ্যং বৃদ্ধাদপি ন দুৰ্বচঃ।" অৰ্থাৎ ন্যায়যুক্ত আৰু উপাদেয় কথা প্ৰভূহলেও বালকৰ পৰা সদায় গ্ৰহণ কৰিব লাগে, কিন্তু অযুক্তিকৰ আৰু দুষিতবাক্য বৃদ্ধজনৰ পৰাও মানি লব নেলাগে। ৰজাই সুধিলে হে দ্বিজবৰ। আপুনি কি কাৰণত শুকাই কৃশ হৈ গৈ আছে? তাৰ উত্তৰত ব্ৰাহ্মণে কঠোৰ পৰিশ্ৰম কৰাৰ কথা বৰ্ণনা কৰি কলে যে এই ঠাইৰ ওচৰতে নীল নামৰ এখন পৰ্বতত কামাখ্যা দেৱীৰ এটা ৱেদী আছে আৰু সেই ৱেদীখন এটা সুৰঙ্গৰ ওপৰত প্ৰতিষ্ঠিত। দেৱীৰ মন্ত্ৰজপ কৰিলে আৰু সেই জপ সিদ্ধ হলে ৱেদীখন আপোনা-আপোনি উদগটিত হয়। তেতিয়া সুৰঙ্গত প্ৰৱেশ কৰিলে এটা ৰস কুণ্ড পোৱা যায়, যিজনে সেই ৰস কুণ্ডৰ পৰা ৰস গ্ৰহণ কৰে তেওঁৰ ধৰ্ম অৰ্থ কাম মোক্ষ চতুৰ্ব্বৰ্গ সাধন হয় আৰু ব্ৰাহ্মণে দ্বাদশ বছৰ জুৰি তাতে দেৱীমন্ত্ৰ জপ কৰাৰ পিছতো দেৱী প্ৰসন্না হোৱা নাই। সেই সুৰঙ্গৰ ওপৰত থকা ৱেদীখনও মেল খোৱা নাই। বাৰ বছৰ ধৰি জপ কৰাৰ পৰিণতি হিচাপে ব্ৰাহ্মণৰ শৰীৰৰ জীৰ্ণ শীৰ্ণ অৱস্থা হোৱা বুলি ব্ৰাহ্মণে ৰজাক জনালে। সেই কথা শুনি ৰজাই কামাক্ষী দেৱীৰ ৱেদীলৈ গৈ নিজৰ মূৰ কাটি দেৱীৰ পূজা কৰিবলৈ উদ্যত হোৱাত দেৱীৰ অবিৰ্ভাৱ হ'ল আৰু ৰজাক বৰ প্ৰাৰ্থনা কৰাৰ আদেশ দিলে। তেতিয়া ৰজাই ক'লে হে দেৱী? যদি আপুনি সেৱকৰ প্ৰতি

প্রসন্না হৈছে তেনেহলে এই ব্রাহ্মণৰ মনোবাঞ্চা পূর্ণ কৰক। দেৱীয়ে তথাস্তু বুলি কৈ অন্তৰ্দ্ধান হ'ল আৰু সেই ৱেদীখনো মেল খালে। তেতিয়া সুৰঙ্গত থকা ৰস কুণ্ডৰ পৰা ব্রাহ্মণে ৰস গ্রহণ কৰি ৰজাক নমস্কাৰ জনাই নিজ ঠাইলৈ গতি কৰিলে। বিক্রমাদিত্যই শেষত নিজ ৰাজধানীলৈ প্রত্যাগমন কৰিলে। অপেস্বৰীয়ে কলে হে মহাৰাজ! যদি আপোনাৰো তেনেকুৱা দয়া গুণ থাকে তেতিয়া এই সিংহাসন গ্রহণ কৰক।

ৰজাই তলমুৰ কৰি থাকিল।

---

# অপেস্বৰী—২৩

ভোজ ৰজাই সিংহাসন গ্রহণ কৰিবলৈ যত্নপৰ হওঁতে অপেস্বৰীয়ে কবলৈ ধৰিলে— হে মহাৰাজ। ৰজা বিক্রমাদিত্যৰ নিচিনা গুণশালী জনেই এই সিংহাসনৰ উপযোগী পুৰুষ। ৰজাই কলে, অপেস্বৰী। ৰজা বিক্রমাদিত্য কেনেকুৱা গুণৱান আছিল, বর্ণনা কৰা। অপেস্বৰীয়ে ৰজা ভোজক মনোযোগেৰে শুনিবলৈ কৈ নিজে কবলৈ আৰম্ভ কৰিলে। এসময়ত বিক্রামাদিত্যই পৃথিৱী ভ্রমণ কৰি আহি নিজৰ ৰাজধানীত উপস্থিত হ'ল। তেতিয়া ৰজাক দেখি নগৰবাসী সকলো লোকৰ মনত আনন্দ। ৰজাই নিজ ভৱনত প্রৱেশ কৰি স্নানাদি কার্য্য সমাপনৰ পিছত অগৰু, চন্দন, দিব্য বস্ত্ৰৰে অলংকৃত হৈ, দেৱ গৃহত ষোড়শ উপচাৰেৰে উপাস্য দেৱতাৰ পূজা কৰিলে আৰু শেষত দেৱতাৰ স্তুতি পাঠ কৰিবলৈ ধৰিলে। যেনে – "ত্বমেৱ মাতা পিতা ত্বমেৱ, ত্বমেৱ বন্ধু শ্চ সখা ত্বমেৱ। ত্বমেৱ বিদ্যা দ্রৱিণং ত্বমেৱ, ত্বমেৱ সর্ব্বংমম দেৱদেৱ।" অর্থাৎ— হে দেৱ! আপুনিয়েই মাতা, পিতা, বন্ধু আৰু সখিও। আপুনিয়ে, সেইদৰে বিদ্যা আৰু ধন, আপুনিয়েই মোৰ সর্ব্বস্ব বুলি ৰজাই নিবেদন জনাইছে। এনেদৰে স্তুতি নতি কৰাৰ পিছত ব্রাহ্মণাদিক তিল কাঞ্চন দান দি, দীন দৰিদ্ৰ, অন্ধ, বধিৰ, কুব্জ, পঙ্গু, অনাথসকলক প্রভূত পৰিমাণে খাদ্য দ্রব্য প্রদান কৰি, বালক-বালিকা, আৰু বৃদ্ধ সকলৰ ভোজনৰ অন্তত নিজে অন্যান্য পৰিজনেৰে সৈতে আহাৰ গ্রহণ কৰিলে। কথিত আছে যে গৃহীলোকসকলে নাবালক, সুৱাসিনী (তুইবছৰীয়া ছোৱালী) বৃদ্ধ, গর্ভৱতী নাৰী, আতুৰজন, কন্যাকা (ন বছৰ বয়সীয়া বালিকা), অতিথি আৰু ভৃত্যসকলে ভোজন কৰাৰ পিছত স্ত্রী-পুৰুষ উভয়েই একেলগে ভোজন কৰা শ্রেয়ঃ। যিপুৰুষে জীৱনৰ সফলতা কামনা কৰে সেইজনে কোনো

অৱস্থাতে অকলে ভোজন কৰিব নেলাগে। দুই বা ততোধিক ব্যক্তিৰ সৈতে ভোজন কৰা কৰ্ত্তব্য। বহুজনৰ লগত সদায় ভোজনকাৰীজনৰ সুখ সমৃদ্ধি বৃদ্ধি হয় বুলি কয়। আহাৰৰ শেষত সকলো লোকে অলপ সময় বিশ্ৰাম লব লাগে। তেতিয়া হলে আহাৰকাৰীজনৰ শ্ৰীবৃদ্ধি আৰু আয়ুঃ বৃদ্ধি হয়। আহাৰ কৰাৰ পিছতেই যি পুৰুষে গতি কৰে সেইজনৰ পিছে পিছে মৃত্যুইও খোজ লোৱা বুলি কয়। ভোজন কৰা সম্বন্ধে শাস্ত্ৰত পোৱা যায় যে— "অত্যম্বু পানাদ্ বিষমাশনাচ্চ, দিৱা শয়াৰ্জ্জ'গৰণাচ্চ ৰাত্ৰৌ। সংৰোধান্মূত্ৰ পুৰীষয়োশ্চ ষড়্‌ভিঃ প্ৰকাৰৈঃ প্ৰৱিশন্তি ৰোগাঃ।" অৰ্থাৎ অধিক পৰিমাণে পানী খালে, বিৰুদ্ধ আহাৰ ভোজন কৰিলে, দিনত শয়ন কৰিলে আৰু ৰাতি জাগৰণে থাকিলে, মূত্ৰ আৰু শৌচৰ গতি বেগ ধাৰণ কৰাকে আদি কৰি ছয় প্ৰকাৰৰ কাৰ্য্যৰ দ্বাৰা শৰীৰত সহজতে বেমাৰ প্ৰৱেশ কৰিব পাৰে। দিবা ভাগৰ কাম সমধা হোৱাৰ পিছত সন্ধ্যাকৃত্য সমাপন কৰি ৰাতি ৰজাই আহাৰ কৰাৰ পিছত চন্দ্ৰ কিৰণ সদৃশ বস্ত্ৰৰ দ্বাৰা আচ্ছাদিত, কুন্দ-মল্লিকা শতপত্ৰ আদি পুষ্প সমাকীৰ্ণ আৰু উৎকৃষ্ট গন্ধ দ্ৰব্য দ্বাৰা সুবাসিত পালঙ্কৰ ওপৰত শয়ন কৰিলে। ৰাতি প্ৰভাত হোৱাৰ আগতে ৰজাই টোপনিত এটা মহিষৰ ওপৰত উঠি দক্ষিণ দিশলৈ গমন কৰা সপোন দেখি হঠাতে সাৰ পালে আৰু ভগৱানৰ নাম স্মৰণ কৰিলে। ৰাতিপুৱা প্ৰাতঃ স্নানাদি নিত্যক্ৰিয়া শেষ কৰাৰ পিছত ৰাজসভাত উপস্থিত হ'ল আৰু ৰাজপুৰোহিতকে আদি কৰি পাত্ৰ মন্ত্ৰী সকলোৰে আগত ৰাতি নিদ্ৰিত অৱস্থাত দেখা পোৱা স্বপ্নৰ কথা প্ৰকাশ কৰিলে। তাকে শুনি সৰ্ব্বজ্ঞ এজনে কলে হে মহাৰাজ! স্বপ্নবোৰ শুভ আৰু অশুভ হিচাপে দুই প্ৰকাৰৰ হয়। শুভ সপোনৰ দ্বাৰা পুৰুষৰ সুখৰ কাৰণ হয় আৰু অশুভ হলে আগন্তুক দুঃখ দুৰ্গতিৰ আগ জাননী স্বৰূপ হয়। হাতীৰ ওপৰত আৰোহন কৰা, প্ৰাসাদত উঠা, ৰোদন কৰা, মৃত্যু হোৱা, অগম্যা গমন কৰা, ছত্ৰ, চামৰ, ব্ৰাহ্মণ, পতিব্ৰতা ৰমণী, শঙ্খ আৰু সুৱৰ্ণ আদি স্বপ্নত



দৃষ্টি গোচৰ হলে পুৰুষৰ মঙ্গল সাধন হয়। আন প্ৰকাৰৰ যেনে— মহিষত আৰোহণ কৰা, গাতত পৰি যোৱা, কাইটীয়া গছত বগোৱা, ছাই, কপাহ, ধোঁৱা, ব্যাঘ্ৰ, সৰ্প, গাহৰি আৰু বান্দৰ আদি সপোনত দৰ্শন কৰিলে পুৰুষৰ অমঙ্গলৰ আগ জাননী হয়। স্বপ্নৰ বিষয়ে জনা যায় যে— ৰাতি প্ৰথম প্ৰহৰৰ স্বপ্ন এবছৰ পৰ্য্যন্ত ফলদায়ক হ'ব পাৰে, সেইদৰে দ্বিতীয় প্ৰহৰৰ স্বপ্ন আঠ মাহৰ ভিতৰত, তৃতীয় প্ৰহৰৰ স্বপ্ন তিনি মাহৰ ভিতৰত আৰু চতুৰ্থ প্ৰহৰৰ স্বপ্নই ততালিকে ফলজনক হয় বুলি কয়। সৰ্ব্বজ্ঞই ৰজাক ক'লে যে ৰজাই দেখা পোৱা সপোন অনিষ্টজনক হ'ব আৰু তাৰ প্ৰতিকাৰ যজ্ঞৰ অনুষ্ঠান কৰিব লাগে। সৰ্ব্বজ্ঞৰ কথা মতে ৰজাই তিনিদিন ধৰি একেৰাহে যজ্ঞকৰ্মৰ অনুষ্ঠান পাতিলে আৰু পূৰ্ণাহুতিৰ দ্বাৰা অনুষ্ঠানৰ শেষ কৰি ব্ৰাহ্মণ সজ্জনৰ সৈতে দুঃখী ও দৰিদ্ৰ সকলক ধন ৰত্ন দান দি পুনৰ সিংহাসনত আৰোহণ কৰিলে। অপেস্বৰীয়ে ক'লে হে মহাৰাজ! যদি আপোনাৰো দাতা গুণ থাকে তেনেহলে এই সিংহাসনত উপবেশন কৰিব পাৰিব।

অপেস্বৰীৰ কথা শুনি ৰজাই মৌন ভাবে বৈ থাকিল।

———

# অপেস্বৰী—২৪

ভোজ ৰজাই সিংহাসনত বহিবলৈ যাওঁতে অপেস্বৰীয়ে কবলৈ ধৰিলে হে মহাৰাজ! বিক্ৰমাদিত্যৰ দৰে ক্ষমতাশালী ৰজাইহে এই সিংহাসনত বহিবলৈ সক্ষম হব! তেতিয়া ভোজ ৰজাই বিক্ৰমাদিত্যৰ ক্ষমতাৰ কথা বৰ্ণনা কৰিবলৈ কোৱাত অপেস্বৰীয়ে ক'বলৈ আৰম্ভ কৰিলে। বিক্ৰমাদিত্যৰ ৰাজ্যত পুৰন্দৰ পুৰী নামৰ এখন নগৰ আছিল আৰু তাতে মহাধন নামেৰে বণিক্ এজন বাস কৰিছিল। তেওঁৰ চাৰিজন পুতেক আছিল। এদিনাখন সদাগৰে পুতেকসকলক মাতি আনি কলে, হে পুত্ৰসকল! ইয়াৰ পিছত অৰ্থাৎ সদাগৰৰ মৃত্যুৰ পিছত তোমালোক আটাইকেইজনে একান্নভুক্ত পৰিয়াল হৈ থকাটো সহজ নহব আৰু পিছত তোমালোকৰ মাজত বিৱাদ হোৱাতকৈ পৈত্ৰিক সম্পত্তিখিনি চাৰিভাগত বিভক্ত কৰি ৰখা হ'ল। সদাগৰৰ জীৱন কাল তেই সকলোবোৰ চাৰিভাগ কৰি তেওঁ শুৱা বিছনাৰ তলত সেই বিভাগনামাখন পুতি ৰখা বুলি পুতেকসকলক জনালে আৰু তেওঁৰ মৃত্যুৰ পিছত সেইমতে জ্যেষ্ঠানুক্ৰমে গ্ৰহণ কৰিলে কোনো বিৱাদ নঘটিব। সেই কথাত সদাগৰৰ পুতেকসকলেও সন্মতি প্ৰকাশ কৰিলে। তাৰ পিছত কালক্ৰমত সদাগৰৰ মৃত্যু হ'ল আৰু কিছু দিনৰ ভিতৰত সদাগৰৰ পুতেকহঁতৰ মাজত বিৱাদৰ সূত্ৰপাত হোৱাত তেওঁলোকে মৃত সদাগৰৰ কথামতে পৈত্ৰিক সম্পত্তি ভগাই লোৱাৰ উদ্দেশ্যে বিছনাৰ তলখন খান্দিলত চাৰিটা মাটিৰ পাত্ৰত চাৰিটা টোপোলা পালে। সেই পাত্ৰকেইটাৰ ভিতৰত প্ৰথম পাত্ৰটোত মাটিৰ টোপোলা, দ্বিতীয়টোত এঙাৰৰ টোপোলা, তৃতীয়টো হাড়ৰ টোপোলা আৰু চতুৰ্থটোত ধান খেৰৰ টোপোলা পালে। সেই টোপোলাবোৰ দেখি সদাগৰৰ পুত্ৰহঁত আচৰিত হ'ল আৰু সেইবোৰৰ অৰ্থ কি হ'ব নাইবা



কোনে কি পিতৃ সম্পত্তি লাভ কৰিব তাকে বুজিব নোৱাৰিলে আৰু বন্ধু-বান্ধৱ, নগৰৰ বয়োবৃদ্ধ জ্ঞানবৃদ্ধসকলৰ পৰাও সেই বিভাগৰ অৰ্থ জানিব নোৱাৰিলে। অৱশেষত বিক্ৰমাদিত্যৰ ৰাজ সভাত উপস্থিত হৈ সদাগৰৰ পুতেকহঁতে সকলো কথা ৰজাৰ আগত নিবেদন কৰিলে। ৰজাৰ সভাসদবৰ্গ নাইবা বিক্ৰমাদিত্যইও সেইবোৰৰ সদুত্তৰ দিব নোৱাৰাত সদাগৰৰ পুত্ৰসকলে আন এখন নগৰলৈ গৈ তেওঁলোকৰ প্ৰশ্নবোৰ সকলোতে প্ৰচাৰ কৰি দিলে। সেই ৰাজ্যত এজন কুম্ভকাৰৰ ঘৰত থকা শালীবাহন নামৰ ব্ৰাহ্মণৰ ল'ৰা এজনে সেইকথা শুনি সকলোৰে আগত কবলৈ ধৰিলে— হে নাগৰিকসকল! সেই মাটিৰ পাত্ৰত পোৱা টোপোলাবোৰত দুৰ্ব্বোধ্য কথা নাইবা আশ্চৰ্য্যজনক কথা একোৱে নাই। শালীবাহনে বুজাই দিলে যে সদাগৰে জীয়াই থাকোতে তেওঁৰ সকলো সম্পত্তি পুতেক সকলৰ কাৰণে ভগাই ৰাখি গ'ল আৰু সেই ভাগবোৰ এনেকুৱা যেনে— যি পাত্ৰত মাটি আছে সেইটো জ্যেষ্ঠপুত্ৰৰ অংশ আৰু তাৰ দ্বাৰা সদাগৰৰ সমস্ত মাটি সম্পত্তি ডাঙৰ পুতেকক দি গৈছে। যি পাত্ৰটোত খেৰ বন্ধা আছে তাৰ দ্বাৰা দ্বিতীয় পুত্ৰক সমস্ত শস্যক্ষেত্ৰ দি গৈছে। অস্থি বন্ধা থকা পাত্ৰৰ দ্বাৰা তৃতীয় পুতেকক সমস্ত জন্তু অৰ্থাৎ হাতী ঘোঁৰা আদি সকলোবোৰ প্ৰাণীকে দি গৈছে আৰু এঙাৰ থকা পাত্ৰৰদ্বাৰা চতুৰ্থ পুতেকক সদাগৰে তেওঁ উপাৰ্জন কৰি থোৱা সমস্ত সোণৰূপ, আ-অলংকাৰ পা-পইছা আৰু ধাতু পাত্ৰবোৰ দি গৈছে। শালীবাহনে উক্ত প্ৰকাৰে সদাগৰৰ পুতেকসকলক তেওঁলোকৰ পৈত্ৰিক সম্পত্তিৰ ভাগ বাটোৱাৰাৰ তথ্য বুজাই দিয়াত আটাইকেইজনে সন্তুষ্ট মনেৰে নিজ নগৰলৈ উভতি আহিল। ৰজা বিক্ৰমাদিত্যই সেই বিভাগ বৃত্তান্ত শুনি তেতিয়াই প্ৰতিষ্ঠা নগৰলৈ বুলি এজন দূতৰ হাতত এখন চিঠি লিখি পঠালে। বিক্ৰমাদিত্যই লিখিলে যে স্বস্তি শ্ৰী যজন যাজন অধ্যয়ন অধ্যাপন দান ও প্ৰতিগ্ৰহ আদি ষট্ কৰ্ম নিষ্ঠ প্ৰতিষ্ঠা নগৰবাসী সজ্জন মহাজনসকলৰ কুশল কামনা পূৰ্ব্বক ৰজাৰ আদেশক্ৰমে আপোনালোকৰ

নগৰবাসী যিজনলোকে সদাগৰৰ পুত্ৰ সকলৰ সম্পত্তিৰ বিভাগ নিৰূপণ কৰি দিলে সেইজনক ৰজাৰ ওচৰলৈ আহিবলৈ আজ্ঞা দিয়া হ'ল। এজন বিদ্বান ব্যক্তিয়ে শালীবাহনৰ ওচৰত গৈ ৰজাৰ চিঠিখন পাঠ কৰি কবলৈ ধৰিলে— হে শালীবাহণ ৰাজাধিৰাজ পৰমেশ্বৰ সদৃশ আসমুদ্ৰক্ষিতি পতি, সমস্ত কলা বিদ্যা কল্পবৃক্ষ, উজ্জয়িনী নিবাসী ৰজা বিক্ৰমাদিত্যই আহ্বান কৰিছে, আপুনি অবিলম্বে ৰজাৰ ওচৰলৈ গমন কৰ'ক। সেই কথা শুনি শালীবাহনে কলে ৰজা বিক্ৰমাদিত্য কোন? শালীবাহনৰেই বা কি প্ৰয়োজন? বিনা প্ৰয়োজনে আহ্বান কৰিলেই গমন কৰা উচিত নহয় আৰু যদি আৱশ্যক বোধহয় তেনেহলে ৰজাই স্বয়ং উপস্থিত হোৱা প্ৰয়োজন বুলি শালীবাহনে জনাই দিলে। তেতিয়া নাগৰিকসকলে শালীবাহণৰ অভিপ্ৰায়ৰ কথা লিখি দূতৰ হাতত প্ৰত্যুত্তৰ হিছাপে ৰজালৈ পঠাই দিলে। ৰজাই সেই পত্ৰ পাই ক্ৰোধান্বিত হ'ল আৰু অক্ষৌহিনী সেনা সমন্বিতে প্ৰতিষ্ঠা নগৰত উপস্থিত হৈ শালীবাহনলৈ দূত পঠালে। দূতে গৈ শালীবাহনক জনালে যে ৰজাই তৎক্ষণাৎ তেওঁৰ সাক্ষাত বিছাৰিছে। শালীবাহণে অকলে ৰজাক দেখা নকৰি ষড়ঙ্গ সেনা দলৰে সৈতে যুদ্ধ ক্ষেত্ৰত সন্মুখীন হ'ব বুলি দূতৰ আগত কৈ পঠালে। দূতৰপৰা সকলো কথা জানি ৰজাই সৈন্য সামন্তৰে সৈতে যুদ্ধ ক্ষেত্ৰত অৱতীৰ্ণ হ'ল। ইপিনে শালীবাহণেও কুম্ভকাৰৰ ঘৰত থকা মাটিৰ প্ৰতিমূৰ্তি হাতী-ঘোঁৰা, ৰথ পদাতিক সকলৰ ওপৰত সঞ্জিৱণী মন্ত্ৰৰে পানী ছটিয়াই সেইবোৰক সঞ্জীৱ কৰি তুলি লৈ সমৰভূমিত উপনীত হ'ল। যুদ্ধ ক্ষেত্ৰত উভয় দলৰ অশ্ব সঞ্চালনত উত্থিত হোৱা ধূলিৰ দ্বাৰা নভোমণ্ডল পৰিব্যাপ্ত হ'ল, ছত্ৰসমূহৰ দ্বাৰা আকাশ আবৃত হৈ পৰিল। সৈন্যসকলৰ ৰণ ভেৰিৰ শব্দ, ৰথসমূহৰ ঘৰ্ঘৰ নিৰ্ঘোষ, পদাতিক সকলৰ হুঙ্কাৰ ধ্বনি, উচ্চতৰ পটহ ও মৃদঙ্গ নাদ, কিঙ্কিনী ধ্বনি, মদমত্ত গজ-অশ্বাদিৰ ভয়ঙ্কৰ নিনাদত পৃথিৱী ও আকাশ মুখৰিত হৈ উঠিল আৰু সমৰ আৰম্ভণিত দিগৱলয় চক্ৰ বিচলিত, সমুদ্ৰ-তড়াগ হ্ৰদ ব্যাকুলিত,



বসুন্ধৰা প্ৰকম্পিত হৈ উঠিল। উভয় পক্ষৰ সেনালদৰ মাজত খট্টাঙ্গ (লৌহ অস্ত্ৰ) ভল্ল (অস্ত্ৰ বিশেষ) তীক্ষ্ণ খৰণ. গদা, মুদ্গৰ, অৰ্দ্ধ চন্দ্ৰবান, নাৰাচ বান, ভিন্দিবাল, হ'ল, মুষল তীক্ষ্ণধাৰ শক্তি আৰু কুন্ত অস্ত্ৰসমূহ দীপ্তিমান হৈ প্ৰকাশ পাবলৈ ধৰিলে। সেই যুদ্ধত উভয় সৈন্যৰ মাজত কিছুমান আহত, কোনো কোনো সৈন্য মূৰ্চ্ছিত, আন কিছুমান গত প্ৰাণহৈ ধৰাশায়ী হল আৰু অচেতন হোৱা অন্যান্য যোদ্ধাসকলে চৈতন্য লাভ কৰি উঠি অট্টহাস্যৰ দ্বাৰা নিজ পৰাভৱ আৰু মৃত্যুভয় পৰিহাৰ কৰি অস্ত্ৰ লৈ প্ৰতিপক্ষৰ প্ৰতিধাৱিত হ'ল। ইয়াৰ পিছত ৰজা বিক্ৰমাদিত্যই ক্ৰোধভৰত অগ্নি সদৃশ হৈ শালীবাহণৰ সমস্ত সেনাদল ধ্বংস কৰিলে আৰু তেতিয়া নিৰুপায় হৈ শালীবাহণে তেওঁৰ পিতৃ শেষ নাগৰাজক স্মৰণ কৰিলত যুদ্ধ ক্ষেত্ৰত অসংখ্য সৰ্পৰ আবিৰ্ভাৱ হ'ল। তাকে দেখি ৰজাৰ মনত ভয়ৰ সঞ্চাৰ হ'ল। কিন্তু ইতিমধ্যে সৰ্প দংশনত ৰজাৰ সৈন্য সামন্ত ৰণ থলীত মূৰ্চ্ছিত হৈ পৰিল আৰু ৰজাই প্ৰাণ লৈ অকলে ৰাজধানীত উপস্থিত হ'ল। বিক্ৰমাদিত্যই নিজ সেনা দলক পুনৰ্জ্জীৱীত কৰিবলৈ উদ্দেশ্য কৰি পানীৰ মাজত থাকি বাসুকি মন্ত্ৰ জপ কৰিবলৈ ধৰিলে। অৱশেষত বাসুকি সন্তুষ্ট হৈ মৃতসৈন্যসকলক জীৱন দান দিবলৈকে এটি অমৃতৰ কুম্ভ ৰজাক দিলে। ৰজাই সেইটো লৈ আহোতে বাটত এজন বৃদ্ধ ব্ৰাহ্মণে আশীৰ্ব্বাদ দি ৰজাক কলে যে আপুনি সকলোৰে দাতা, ঈশ্বৰ স্বৰূপ। ৰজাই ব্ৰাহ্মণক কি লাগে বুলি সুধিলত ব্ৰাহ্মণে ৰজাক অঙ্গীকাৰত আৱদ্ধ কৰিবলৈ কলে যে ৰজাই পোৱা অমৃত কুম্ভটো ব্ৰাহ্মণক লাগে। তেতিয়া ৰজাই শালীবাহণক জয় কৰা আশা নেদেখি প্ৰতিজ্ঞা ভঙ্গ ভয়ত চিন্তা কৰিলে অথবা সাধুলোকে কয় যে—"উদয়তি যদি ভানুঃ পশ্চিমে দিগ বিভাগে, প্ৰচলতি যদি মেৰুঃ শীতলাং যাতি বহ্নিঃ। বিকশতি যদি পাদ্মং পৰ্ব্বতাগ্ৰে শিলায়াং, ন চলতি পুনৰন্যৎ ভাষনং সজ্জনানাম্॥' অৰ্থাৎ—যদি সূৰ্য্যও পশ্চিম দিশত উদয় হয়, যদি মেৰু পৰ্ব্বত গতিশীল হয়, যদি কেতিয়াবা

অগ্নিও শীতল হৈ যায়. যদি পৰ্ব্বতত শিলৰ ওপৰত পদুম ফুল ফুলা বুলি কয়, তথাপি সাধুলোকসকলে কোৱা কথাৰ লৰচৰ নহয়। এই ভাবি ৰজাই বাহ্মণক সেই অমৃতৰ কলহটো দান দিলে আৰু নিজ ভৱনত প্ৰৱেশ কৰিলে। অপেস্বৰীয়ে কলে হে মহাৰাজ! যদি আপুনিও তেনেকুৱা গুণৰ অধিকাৰী হয় তেতিয়া হলে এই সিংহাসনত আৰোহণ কৰক।

ৰজাই তল মূৰ কৰি ৰৈ থাকিল।

---

# অপেস্বৰী—২৫

ভোজ ৰজাই সিংহাসনত উঠিবলৈ গৈ যেতিয়া অপেস্বৰীৰ মূৰত ভৰি তুলিলে তেতিয়া অপেস্বৰীয়ে মাত লগালে— হে মহাৰাজ! বিক্ৰমাদিত্য ৰজাৰ দৰে গুণশালীজনেহে এই সিংহাসনত আৰোহণ কৰিবৰ উপযুক্ত। তেতিয়া ৰজা ভোজে অপেস্বৰীক বিক্ৰমাদিত্যৰ গুণৰ বৰ্ণনা শুনাবলৈ কোৱাত অপেস্বৰীয়ে কবলৈ ধৰিলে— হে ৰজা শুনক, বিক্ৰমাদিত্যৰ ৰাজত্ব কালত এদিনাখন এজন জ্যোতিৰ্বিদ পণ্ডিত ৰাজসভাত উপস্থিতহৈ ৰজাক আশীৰ্ব্বাদ দি কবলৈ ধৰিলে যে আপোনাক (ৰজাক) সূৰ্য্যদেৱে শূৰত্ব, চন্দ্ৰই ইন্দ্ৰ সদৃশ পদৱী মঙ্গলে সুমঙ্গল, বুধই নিৰ্ম্মল বুদ্ধি, গুৰুই মহত্ব, শুক্ৰই পুত্ৰ, শনিয়ে কল্যাণদায়ক, ৰাহুই বাহুবল আৰু কেতুই কুলৰ শ্ৰীবৃদ্ধি প্ৰদান কৰি আপোনাৰ প্ৰীতি সাধন কৰক। এই বুলি কৈ পঞ্চাঙ্গ বৰ্ণনা কৰি দেহ তত্ত্বৰ কথা কলে। তাৰ পিছত ৰজাই জ্যোতিষিক পাদ্য অৰ্ঘৰ দ্বাৰা সম্ভাষণ জনাই সম্বৎসৰৰ বৰ্ষ ফলৰ কথা প্ৰশ্ন কৰিলে। তেতিয়া দৈৱজ্ঞজনে কবলৈ ধৰিলে যে বৰ্ত্তমান বৰ্ষত ৰবি গ্ৰহ ৰজা, মঙ্গল গ্ৰহ মন্ত্ৰী আৰু জলাধিপতি, শনি গ্ৰহই ৰোহিণী নক্ষত্ৰ ভেদ কৰি গতি কৰাৰ কাৰণে সৰ্ব্বতোভাৱে দেশত অনাবৃষ্টি সংঘটিত হব। ৰৰাহ মিহিৰ সংহিতাত আছে যে যি কালত সূৰ্য্যপুত্ৰ শনিগ্ৰহই ৰোহিনী নক্ষত্ৰ মণ্ডল অতিক্ৰম কৰি নভোমণ্ডল বিচৰণ কৰে সেই সময়ত পৃথিৱীত অনাবৃষ্টি হয়, সাগৰ পৰ্য্যন্ত শুকাই যায় আৰু লোকসকল ক্ষয় প্ৰাপ্ত হয়। জ্যোতিষ শাস্ত্ৰত পোৱা যায় যে— "যদা ভিনত্তি মন্দোহয়ং ৰোহিণ্যাঃ শকতং তথা বৰ্ষানি দ্বাদশানীহ ৱাৰিৱাহো ন ৱৰ্ষাৱতি॥" অৰ্থাৎ শনি গ্ৰহই যেতিয়া ৰোহিনী মণ্ডলৰ অন্তৰ্গামী হৈ গতি কৰে তেতিয়া বাৰ বছৰ জুৰি পৃথিৱীত মেঘে বৰষুণ নিদিব পাৰে। তাৰ পিছত ৰজাই

অনাবৃষ্টি নিবাৰণৰ প্ৰতিকাৰ কৰাৰ কথা সুধিলত দৈৱজ্ঞজনে গ্ৰহ যজ্ঞ অনুষ্ঠানৰ দ্বাৰা সকলো গ্ৰহ দুৰ্য্যোগৰ পৰা হাত সাৰিব পৰা যায় বুলি কলে। সেই কথা শুনি ৰজাই গ্ৰহ যজ্ঞৰ আহুতি দিবলৈ বেদজ্ঞ ব্ৰাহ্মণ আনি পূৰ্ণাহুতি দিলে আৰু যজ্ঞৰ শেষত ব্ৰহ্মভোজনৰ আয়োজন কৰি নগৰৰ দুঃখী দৰিদ্ৰ আদি সকলক অন্নদান কৰিলে। তাৰ পিছতো ৰাজ্যত বৰষুণ নোহোৱা দেখি গ্ৰহযজ্ঞ শালাত বহি চিন্তান্বিত হৈ থাকোঁতে হঠাৎ দৈৱবাণী শুনিবলৈ পালে যে ৰাজপুৰীত থকা দেৱী মন্দিৰত দ্বাত্ৰিংশ লক্ষণ যুক্ত পুৰুষক বলি দি পূজা কৰিলে দেৱতা সন্তুষ্ট হ'ব আৰু দেশত হোৱা অনাবৃষ্টি দূৰ হ'ব। দৈৱবাণী শুনি ৰজাই মন্দিৰলৈ গৈ নিজৰ মূৰ কাটিবলৈ উদ্যত হোৱাত আকৌ দৈৱবাণীয়ে ৰজাৰ তেনে কাৰ্য্যত বাধা দিলে আৰু কলে যে দেশত অনাবৃষ্টি দূৰ হ'ব। তেতিয়াৰপৰা দেশত বৃষ্টি হ'ল আৰু প্ৰজাসকলৰ অশান্তি দূৰ হ'ল। অপেস্বৰীয়ে ক'লে হে ৰজা! যদি আপোনাৰো তেনে গুণ আছে তেনেহলে এই সিংহাসন গ্ৰহণ কৰক।

ৰজাই তল মূৰ হৈ বৈ থাকিল।

---

# অপেস্বৰী–২৬

পুনৰায় ৰজা ভোজে আগৰ দৰে সিংহাসনত বহিবলৈ যোৱাত অপেস্বৰীজনীয়ে কবলৈ ধৰিলে—যিজন বিক্ৰমাদিত্য ৰজাৰ দৰে ঔদাৰ্য্য গুণেৰে গুণান্বিত সেইজনহে এই সিংহাসনৰ বাবে যোগ্য পুৰুষ হয়। গুণহীন লোকৰ পক্ষে এই আসন নহয়। ৰজাই কলে হে অপেস্বৰী কন্যা! বিক্ৰমাদিত্যৰ কথা প্ৰকাশ্যভাৱে কোৱা। তেতিয়া অপেস্বৰীয়ে কলে হে মহাৰাজ! একান্ত মনোযোগেৰে শুনক। ৰজা বিক্ৰমৰ তুল্য ঔদাৰ্য্য, দয়া, বিবেক ও ধৈৰ্য্য আদি গুণবিশিষ্ট দ্বিতীয়জন ৰজা আৰু নাই। তেওঁ যি কৈছিল তাৰ অন্যথা নকৰিছিল, মনত যি ভাবিছিল তাকেই কৰিছিল। তেওঁ কথামতে কাম কৰিছিল। গতিকে ৰজা অতি সদাশয় লোক আছিল। শাস্ত্ৰত কথিত আছে যে—"যথা চিত্তং তথা বাক্যং যথা বাক্যং তথা ক্ৰিয়া। চিত্তেবাচি ক্ৰিয়ায়াহত সাধুনামেক ৰূপতা॥" অৰ্থাৎ—মন যেনেকুৱা হয় কথাও অনুৰূপ হয়, আৰু কথা যি ধৰণৰ হয় কামো সেই ৰকমে হয়, গতিকে সাধু লোকসকলৰ মন, বাক্য আৰু ক্ৰিয়া একে ৰকমৰ হোৱাটো পৰিদৃষ্ট হয়। এদিনাখন স্বৰ্গৰাজ্যৰ দেৱৰাজ ইন্দ্ৰই দেৱসভা পাতিছিল। সেই সভাত অষ্টাশী হাজাৰ ঋষি, তেত্ৰিশ কোটি দেৱতা, অষ্ট লোকপাল, ঊনপঞ্চাশৎ মৰুৎগণ, দ্বাদশ আদিত্য নাৰদ ও তুম্বুৰু আৰু উৰ্ব্বশী, মেনকা, ৰম্ভা, তিলোত্তমা, মিত্ৰকেশী, ঘৃতাশী, মঞ্জুঘোষা, প্ৰিয়দৰ্শনা প্ৰভৃতি দিব্যাঙ্গনা সমন্বিতে সমস্ত গন্ধৰ্ব্বগনো সভাত উপস্থিত আছিল। সেই সময়ত দেৱৰ্ষি নাৰদে জাননী দিলে যে ভূমণ্ডলত বিক্ৰমাদিত্য ৰজাৰ সদৃশ কীৰ্ত্তিমান, পৰোপকাৰী, ধৈৰ্য্যশালী ঔদাৰ্য্য আৰু সৌৰ্য্যাদি মহাসত্ব সম্পন্ন ৰজা আন কোনো নাই। এই কথা শুনি সমস্ত দেৱগণ অত্যন্ত বিস্ময়াপন্ন হ'ল। তেতিয়া কামধেনুই

কলে যে ইয়াত কোনো সন্দেহ নাই আৰু এই বিষয়ে বিস্মিত হোৱাৰ কাৰণো নাই। উক্ত আছে যে দান, তপস্যা, শৌৰ্য্য, বিজ্ঞান, বিনয় আৰু নীতি বিষয়ত বিস্মিত হোৱা উচিত নহয়। যিহেতু বসুন্ধৰাৰ বুকুত বহু ৰত্ন আছে আৰু বহু গুণ নিহিত আছে, ইয়াকো দেখা যায় যে অশ্ব, হস্তী ও লৌহ, নাৰী, পুৰুষ ও পানী ইয়াৰ ভিতৰত থকা প্ৰভেদ অতিশয় মহৎ বুলি জানিব। তাৰ পিছত দেৱৰাজ ইন্দ্ৰই সুৰভিক আদেশ কৰিলে যে তেওঁ মৰ্ত্তধামলৈ গৈ ৰজা বিক্ৰমাদিত্যৰ গুণৰাশি প্ৰত্যক্ষ কৰি লৈ দেৱ সভাত জ্ঞাপন কৰিব লাগে। তেতিয়া সুৰভিয়ে পৃথিৱীত উপস্থিত হ'ল আৰু এজনী অতি বৃদ্ধা দুৰ্বল গাই গৰুৰ ৰূপ ধাৰণ কৰি এখন উপবনৰ সমীপত এটা বিপদ-যুক্ত খালত পৰি কৰুণ সুৰেৰে লাহে লাহে 'হম্বাৰাও' কৰি থাকিল। খালৰ অলপ দূৰৈত এটা প্ৰকাণ্ড বাঘো উপস্থিত হ'ল। কিছু সময়ৰ পিছত সন্ধিয়া নামি আহিল আৰু সেই সময়ত তাৰ ওচৰেৰে ৰজা বিক্ৰমাদিত্যই বন-বিহাৰৰপৰা উভতি আহোঁতে গাইজনীয়ে দুৰ্গম খাল এটাৰপৰা উঠিবৰ বাবে আপ্ৰাণ চেষ্টা কৰা দেখা পালে। ৰজাই গাইজনীক খালৰপৰা অকলে উদ্ধাৰ কৰাটো সম্ভৱ নহয় আৰু ওচৰতে থকা বাঘে গাইজনী মৰাটোও একো অসম্ভৱ নহয় বুলি ভাবি গোটেই ৰাতিটো ৰজাই গাইজনীক পহৰা দি থাকিল। তাৰ পিছত ৰাতিপুৱা বাঘ বনলৈ গ'ল আৰু গাইজনী খালৰপৰা নিজেই উঠি আহি ৰজাক ক'লে—হে ৰজা! দেৱৰাজ ইন্দ্ৰৰ আদেশ মতে স্বৰ্গধেনু সুৰভিয়ে এনে ৰূপ ধাৰণ কৰি ৰজাৰ গুণৰ কথা প্ৰমাণ কৰিছে। গতিকে সুৰভি প্ৰসন্না হৈছে আৰু ৰজাই তেওঁৰপৰা বৰ প্ৰাৰ্থনা কৰিব লাগে। ৰজাই সুৰভি আৰু দেৱতাৰ অনুগ্ৰহত সকলো ঐশ্বৰ্য্যকে লাভ কৰিছে, গতিকে বৰ প্ৰাৰ্থনাৰ কোনো প্ৰয়োজন নাই। ৰজাৰ কথা শুনি সুৰভি ৰজাৰ ৰাজধানীত বাস কৰিব বুলি কৈ ৰাজাৰে সৈতে যাবলৈ ধৰিলে। সুৰভি আৰু ৰজা যেতিয়া ৰাজধানীলৈ গমন কৰিলে সেই সময়ত তেওঁলোকৰ আগত ব্ৰাহ্মণ এজন উপস্থিত হ'ল আৰু ৰজাক আশীৰ্বাদ স্বৰূপে কবলৈ ধৰিলে যে



দেৱ দেৱ মহাদেৱৰ নৃত্যৰ কাৰণে নন্দীয়ে আনন্দ মনেৰে স্বয়ং মৃদঙ্গ বজোৱাত দেৱ সেনাপতি কাৰ্ত্তিকৰ বাহন ময়ুৰেও নৃত্য আৰম্ভ কৰিলে। ময়ূৰক দেখি শঙ্কৰৰ জটাৰ ওপৰত থকা ভুজঙ্গৰাজে ভয়তে নিজ ফনা সংকুচিত কৰিবলৈ প্ৰভু শিৱৰ নাসিকা ৰন্ধ্ৰত প্ৰৱেশ কৰিলত মহাদেৱেও তাণ্ডৱ নৃত্য আৰম্ভ কৰিলে। তাৰ পিচত ধৰ্মাশিক্ত প্ৰভুৰ গণ্ডস্থলকে আদি কৰি শৰীৰৰ অঙ্গত পৰি ভ্ৰমৰ কুলেও মধুৰ গুঞ্জন আৰম্ভ কৰিলে আৰু তেতিয়া বিঘ্ন বিনাশক গণনায়ক গণপতি দেৱেও ঘোৰ চিৎকাৰ কৰি কৰি নিজ গজমুণ্ড কম্পিত কৰিবলৈ ধৰিলে। সেই গণপতিয়ে ৰজাৰ মঙ্গল সাধন কৰক, এনেকৈ আশীৰ্বাদ জনাই ব্ৰাহ্মণে কবলৈ ধৰিলে যে বিধাতাই ব্ৰাহ্মণক দৰিদ্ৰ হিচাপে সৃজন কৰিছে আৰু সেই কাৰণে ব্ৰাহ্মণে সকলো মানুহৰ মুখলৈ চায়। কিন্তু সংসাৰৰ কোনো এজন মানুহেও ব্ৰাহ্মণৰ প্ৰতি লক্ষ্য নকৰে। গতিকে হে দাৰিদ্ৰ্য! তোমাক নমস্কাৰ, কাৰণ তোমাৰ কৃপাতে ব্ৰাহ্মণ সিদ্ধ পুৰুষৰ দৰে এজন হ'ব পাৰিছে আৰু সকলোৰে মুখলৈ চাব পাৰিছে যদিওবা ব্ৰাহ্মণৰ মুখলৈ ভুলক্ৰমেও কোনেও নেচায়। ব্ৰাহ্মণে ৰজাৰ আগত আকৌ কবলৈ ধৰিলে যে—যিজন লোক দৰিদ্ৰতাৰ দ্বাৰা প্ৰফুল্লতা আৰু প্ৰতিভাবিহীন হয় সেইজন লোক সদায় সুতিকাশৌচ বিদ্যমান থকা জননী এজনীৰ দৰে প্ৰকাশ হৈ থাকে। কোনোৱে যদি কয় হে সখী! আৰু নহয়, আৰু নহয় বুলি নিষ্ফল কথা নকবা কাৰণ সুতিকা শৌচৰ দৰে দাৰিদ্ৰ্যৰ কোনো সীমা নাই। আৰু যদি কোনোৱে কয় হে বন্ধু! তোমাৰ কি হৈছে, তেতিয়া ব্ৰাহ্মণে কব যে তেওঁৰ ঘৰত দাৰিদ্ৰ্যৰূপী চিৰজীৱী পুত্ৰ জন্মাৰ কাৰণে তেওঁৰ সুতিকা শৌচ হৈছে। সেইবোৰ কথা শুনি ৰজাই কলে হে ব্ৰাহ্মণ! তুমি কি কৈছা আৰু তোমাক কি লাগে? ব্ৰাহ্মণে কলে হে ৰজা, ব্ৰাহ্মণৰ দৰিদ্ৰতা দূৰ কৰক। তেতিয়া ৰজাই দেৱধেনু সুৰভিক ব্ৰাহ্মণক দান দি ৰাজধানীত প্ৰৱেশ কৰিলে। অপেস্বৰীয়ে কলে হে ৰজা! আপুনিও তেনে গুণৰ অধিকাৰী হয় যদি এই সিংহাসন গ্ৰহণ কৰক। ৰজাই অপেস্বৰীৰ পিনে চাই থাকিল। একোকে নকলে।

———

# অপেস্বৰী —২৭

যেতিয়া পুনৰায় ৰজা ভোজে সিংহাসনত বহিবলৈ যত্ন কৰিছিল তেতিয়াই অপেস্বৰীয়ে মাত লগাই কৈছিল হে মহাৰাজ ! ৰজা বিক্ৰমাদিত্যৰ দৰে গুণান্বিত জনেহে এই সিংহাসনত বহিবৰ যোগ্য পাত্ৰ । ৰজাই অপেস্বৰীক বিক্ৰমাদিত্যৰ কথা বৰ্ণনা কৰিবলৈ কোৱাত অপেস্বৰীয়ে কবলৈ আৰম্ভ কৰিলে হে ৰজা, শুনক ! এসময়ত ৰজা বিক্ৰমাদিত্যই পৃথিৱী পৰিভ্ৰমণ কৰি আন এজন ৰজাৰ নগৰত উপস্থিত হ'ল । সেই ৰজাজন পৰম ধাৰ্ম্মিক হোৱা কাৰণে শ্ৰুতি ও স্মৃতি শাস্ত্ৰ বিহিত ধৰ্ম্মীয় অনুষ্ঠান পাতি ব্ৰাহ্মণাদি চাৰি বৰ্ণৰ লোক সকলৰ মনোৰঞ্জন কৰিছিল । সেই ৰাজ্যৰ লোক সকলো সদাচাৰ শিৰত, অতিথি প্ৰিয় আৰু দয়ালু আছিল । ৰজা বিক্ৰমাদিত্যই সেই নগৰত কিছুদিন থকাৰ সময়ত এদিনাখন এখন দেৱালয়ত গৈ দেৱতাৰ সেৱা পূজা কৰি উঠি মন্দিৰৰ সভা গৃহত উপবেশন কৰিছিল । সেই সময়ত অতি মনোহৰ বেশ সম্পন্ন, পট্টবস্ত্ৰ পৰিধান কাৰী, বিবিধ অলংকাৰেৰে বিভূষিত, কুঙ্কুম-কৰ্পূৰ-কস্তুৰী-চন্দন-মৃগমদ আদি সুগন্ধি দ্ৰব্যেৰে পৰিলিপ্ত, ৰাজ-কুমাৰ সদৃশ কোনো এজন পুৰুষ আন কেইজনমান সহচৰৰে সৈতে তাতে উপস্থিত হ'ল আৰু তেওঁলোকে কিছু সময় নানা ৰূপ হাস্যালাপ আদি কৌতুক কৰাৰ পিছত আকৌ তাৰপৰা গুচি গ'ল । বিক্ৰমাদিত্যই সেই পুৰুষ জন দেখি মুগ্ধ হ'ল আৰু তাৰ কথা চিন্তা কৰি ৰজাইও তাৰপৰা আতৰি গ'ল । দ্বিতীয় দিনাখন ৰজাই সেই সভা গৃহত উপস্থিত হৈ দেখিলেযে আগদিনাখন জাকত জিলিকাবেশ ভূষাৰে সজ্জিত আৰু সঙ্গীবৃন্দৰে পৰিবৃতহৈ তালৈকে অহা পুৰুষ জনেই সেইদিনাখন অকলে বস্ত্ৰহীন ভাৱে কেৱল কৌপীন পৰিধান কৰি সেই সভাগৃহত বৈ আছে । তেওঁক দেখি ৰজাই সুধিলে হে পুৰুষ ! যোৱা দিনৰ হাস্য-লাস্য অৱস্থাৰ পৰিৱৰ্ত্তে আজি তোমাৰ লগ্ন নগ্ন অৱস্থাৰ কাৰণ কি ? তেতিয়া পুৰুষজনে কবলৈ ধৰিলে হে সাধু ! আপুনি তেনেদৰে কিয় কৈছে ?



পুৰুষজনে আকৌ কবলৈ ধৰিলে যে পূৰ্ব্ব দিনৰ অৱস্থাত তেওঁ সেই ভাৱেই আছিল আৰু দৈৱ যোগত পৰি আজি এই অৱস্থাতে আছে। গতিকে দেখা যায় যে যি ভ্ৰমৰকুথ প্ৰস্ফুটিত পঙ্কজৰ পৰাগ ৰেণুৰ দ্বাৰা সুশোভিত হৈ মদমত্ত গজকুম্ভ নিৰ্গত হেমৰস পান কৰি তৃপ্তি লাভ কৰিছিল, সেইসকলে দৈৱ বশত পৰি আজি নিম্বপুষ্প আৰু আকণ্ড পুষ্পৰ ওপৰত পৰিকাল যাপন কৰিব লগাত পৰিছে । আকৌ যি ৰাজহাঁহবোৰে বিকশিত পদুমেৰে ভৰপুৰ হৈ থকা দীৰ্ঘাকৃতি সৰোৱৰৰ মাজত কল কল নিনাদেৰে আন্দোলিত কৰি মুকুতা মণিৰ দৰে শোভা বৰ্দ্ধন কৰিছিল, সেই বোৰেও দুৰদৃষ্ট হেতুকে শীলা আৰু বালিময় কুটিল জলাশয়ত দিন কটাব লগাত পৰিছে । ইয়াকো দেখা যায় যে কুমাৰৰ চক্ৰৰ দৰে নিয়ন্ত্ৰিত হৈ ব্ৰহ্মাদেৱেও ব্ৰহ্মাণ্ড সৃজন কৰিব লগাত পৰিছে, স্বয়ং বিষ্ণুইও দশাৱতাৰ গ্ৰহন কৰি সংকট মূহুৰ্ত্ত কাল অতিক্ৰম কৰিবৰ বাধ্য হৈছে যি প্ৰভু ৰুদ্ৰই হাতত নৰ কপাল ধাৰণ কৰি ভিক্ষা যাচ্ঞা কৰিব লগা হয়, যি চন্দ্ৰ সূৰ্য্যাই ও দিনে ৰাতিয়ে নিজ কাৰ্যত প্ৰবৃত্ত হব লগাত পৰিছে সেই কাৰ্য্যক শতবাৰ নমস্কাৰ বুলি পুৰুষ জনে ৰজাৰ আগত কলে । তাৰ পিছত ৰজাই সেই পুৰুষজনৰ পৰিচয় সুধিলত তেওঁ কলে যে তেওঁ এজন দ্যুত ক্ৰীড়ক আৰু কুট কৌশল জনাৰ উপৰিও বুদ্ধিবলতো বিচক্ষণ। কিন্তু সেই সকলোবোৰ তেওঁৰপক্ষে নিৰৰ্থক হৈছে কাৰণ দৈৱবলেই সকলোতকৈ প্ৰধান । উক্ত আছেযে হস্তী ভূজঙ্গ বিহঙ্গম আদিৰ বন্ধন, শশীও দিনকৰৰ গ্ৰহপীড়ন, পণ্ডিত সকলৰ দৰিদ্ৰতা দৰ্শনৰ দ্বাৰা স্থিৰ সিদ্ধান্ত কৰা হয় যে বিধিৰ বিধানেই বলৱান । সেয়েহে অতুলনীয় ৰূপ সৌন্দৰ্য্য শ্ৰেষ্ঠ বংশজাত, সৎস্বভাৱ, বিদ্যাকুশলী আৰু যত্ন কৃত সেৱা আদিৰেও সফল কাম হোৱা নেযায়, কেৱল কৃষ্ণ সঞ্চিত কৰ্ম ফলেই পুৰুষৰ আগত যথা সময়ত বৃক্ষৰ দৰে ফলৱতী হৈ উঠে । তেতিয়া ৰজাই কলে হে মানৱ ! তুমি বিজ্ঞ জনৰ দৰে কথা কৈছা, অথচ পাপকৰ দ্যুত ক্ৰিয়াত প্ৰবৃত্ত হৈছা কিয় ? উত্তৰত পুৰুষ জনে কলে যে বিদ্বান লোক সকলেও স্বকৃত কৰ্ম্মৰ দ্বাৰা প্ৰেৰিতহৈ কোনো কামক নকৰাকৈ নেথাকে । মানৱ জীৱনৰ বুদ্ধিয়ে সদায় কৰ্ম্মৰ অনুসৰণ

কৰা দেখা যায় । ৰজাই কলে হে পুৰুষ ! দ্যুত ক্রিয়া কৰাটো মহাপাপৰ মূল আৰু সমস্ত অদৃষ্ট বিপত্তিৰ আশ্রয়ৰ স্থল । কথিত আছে যে পৰ্ণলৈ দ্যুত ক্রিয়া কৰাটো সকলোবোৰ পাপকামৰ ভিতৰতেই শ্রেষ্ঠ । পাপিষ্ঠলোক সকলৰ আশ্রয় স্থান, বিষম নৰকৰ পথ স্বৰূপ । দ্যুতকাৰ সকলৰ কীৰ্ত্তি যশস্যাই বা কি, মান অপমানেই বা কি, দৰিদ্রতা আৰু দুশ্চৰিত্রইবা কি বস্তু একোকে কব নোৱাৰা হৈ পৰে । দ্যুতকাৰী সকলে অতি মোহবশতঃ তেওঁলোকৰ কুতকাৰ্য্যৰ দ্বাৰা যি দুঃখ সাগৰত নিমজ্জিত হয় তাৰ তুলনা কৰাটো সহজ নহয় । সেই কাৰণে প্রাজ্ঞ লোকসকলে তেনে পাপ কাৰ্য্যৰ পৰা বিৰত থাকে । শাস্ত্রত পোৱা যায় যে "দ্যুত মাংস সুৰা বেশ্যা খেট চৌৰ্য্যপৰাঙ্গনাঃ মহাপাপানি সপ্তৈৱ ব্যসনানি ত্যজেদ্বৱবুধঃ" ॥ অৰ্থাৎ দ্যুত ক্রিয়া, অতিকে মাংস ভোজন, সুৰাপান, বেশ্যাষক্ত, মৃগয়াসক্ত, চৌৰ্য্যবৃত্তি আৰু পৰনাৰী সেৱা এই সাত প্রকাৰ পাপ কাৰ্য্যৰ পৰা পণ্ডিত লোকসকলে আতৰি থাকে । গতিকে উক্ত কামবোৰ বৰ্জ্জনীয় । দ্যুতক্রিয়াৰ পৰা মহাভাৰতৰ ভাৰতবৰ্ষ ধ্বংস প্রাপ্ত হ'ল । ৰজাই কলে হে মানৱ যাৰ কাৰণে তোমাৰ এনে দশা হৈছে সেই দ্যুত ক্রিয়া পৰিত্যাগ নকৰিলে তোমাৰ দুৰ্ভোগ্যৰ পৰিসমাপ্তি নঘটিব । এনেতে সেই ঠাইত দুজন ব্রাহ্মণ উপস্থিত হৈ কব ধৰিলে যে এই দেৱালয়ৰ ঈশান কোনত স্বৰ্ণ মুদ্রাৰে পূৰ্ণ তিনিটা কুম্ভ পাত্র আছে । কোনোবাই যদি তাৰ ওচৰত থকা ভৈৰৱৰ মূৰ্ত্তিটো নিজৰ তেজেৰে ধুৱাই দিয়ে তেনেহলে তেওঁ সেইস্বৰ্ণ কুম্ভ লাভ কৰিব । সেই কথা শুনি ৰজাই তালৈ গ'ল আৰু নিজৰ তেজ দিবলৈ উদ্যত হোৱাত দেৱতাই দৰ্শন দি কলে যে হে ৰজা, কি বৰলাগে প্রাৰ্থনা কৰা । ৰজাই কলে হে প্রভু ; যদি আপুনি সন্তুষ্ট হৈছে তেনেহলে এই দ্যুতকাৰক স্বৰ্ণকুম্ভ প্রদান কৰ'ক । দেৱতাই তথাস্তু বুলি কৈ অদৃশ্য হ'ল । ৰজাই স্বৰ্ণ কুম্ভ দ্যুতকাৰক দান দি ৰাজধানীলৈ প্রত্যাৱৰ্ত্তন কৰিলে । অপেস্বৰীয়ে কলে হে ৰজা, যদি আপোনাৰ তেনে দয়াগুণ আছে তেনেহলে এই সিংহাসন গ্রহণ কৰ'ক । ৰজাই মৌন ভাৱে অপেস্বৰীৰ মুখলৈ চাই ৰ'ল ।

—

# অপেস্বৰী—২৮

আগৰ দৰে ৰজা ভোজে পুনৰায় সিংহাসনত উঠিবলৈ যোৱাৰ সময়ত অপেস্বৰী কন্যাই মাত লগাই কলে— হে মহাৰাজ! ৰজা বিক্রমাদিত্যৰ দৰে ঔদাৰ্য্য গুণ সম্পন্ন ব্যক্তিয়েহে এই সিংহাসনৰ উপযোগী পুৰুষ আৰু তেনে লোকেহে ইয়াত বহিব পাৰিব। তেতিয়া ৰজাই বিক্রমাদিত্যৰ কথা সুধিলত অপেস্বৰীয়ে কবলৈ ধৰিলে হে ৰজা ! মনপুতি শুনক । একালত ৰজা বিক্রমাদিত্যই পৃথিৱী পৰ্য্যটন কৰোতে এখন নগৰত উপস্থিত হ'ল। সেই নগৰৰ ওচৰত মন্দাকিনী সদৃশ নদী এখন প্রৱাহিত হৈ আছিল। সেই নদীকূলত নানাবিধ বৃক্ষৰাজি ফল পুষ্পেৰে সুশোভিত এখন সুৰম্য উপবন আছিল। তাৰ মাজত এখন বিতোপন দেৱালয় প্রতিষ্ঠিত আছে। ৰজাই নদীত স্নান কৰি দেৱ মন্দিৰ দৰ্শন কৰিলে। সেই সময়তে তাত চাৰিজন বিদেশী অভ্যাগত আহি ৰজাৰ ওচৰত উপস্থিত হ'ল। ৰজাই সেই মানুহ কেইজনক সুধিলে— আপোনালোক ক'ৰ পৰা আহিছে ? তেওঁলোকৰ মাজৰপৰা এজনে উত্তৰ দিলে যে তেওঁলোক অপূৰ্ব্ব নামৰ দেশ এখনৰ পৰা আহিছে। তাকে শুনি ৰজাই কলে যে সেই দেশত কি কি অপূৰ্ব্ব বস্তু আছে। তেতিয়া তেওঁলোকৰ ভিতৰত আন এজনে ৰজাৰ বৰ্ণনা কৰিবলৈ ধৰিলে যে সেই দেশত বেতালপুৰী নামেৰে এখন নগৰ আছে। সেই নগৰৰ দেৱালয়ৰ দেৱতাই নৰৰক্ত গ্রহণ কৰে। নগৰৰ মহাজনসকলে নিজৰ মনোৰথ পুৰণ কৰিবলৈ আৰু তেওঁলোকৰ অপায় অমঙ্গল দূৰ কৰিবলৈ প্রতি বছৰে সেই দেৱতাৰ উদ্দ্যেশ্যে এটা নৰ বলি প্রদান কৰে। ঠিক তেনে এটা দিনতে তেওঁলোকে সেই নগৰত উপস্থিত হৈছিল আৰু তেওঁলোকৰ অভ্যাগত দেখি দেৱতাৰ ওচৰত বলি দিবলৈ বুলি ধৰি নিবলৈ চেষ্টা কৰোতে কোনো

ৰকমে প্ৰাণ লৈ পলাই আহি সেইখিনি ঠাই পাইছে। তেওঁলোকে ৰজাৰ আগত সেই অপূৰ্ব্ব বৃত্তান্তৰ কথা জনালে। সেই কথা শুনি বিক্ৰমাদিত্য ৰজাই সেই নগৰলৈ গ'ল আৰু বেতালপুৰীত থকা ভয়ঙ্কৰী দেৱতাক প্ৰণাম জনাই স্তুতি পাঠ আৰম্ভ কৰিলে। হে দেৱী! ব্ৰহ্মাণী, কমলা, চন্দ্ৰ সদৃশ মনোহৰ বদনা মাহেশ্বৰী, ৰিপু বিনাশকাৰিণী কৌমাৰী, চক্ৰধাৰিণী বৈষ্ণৱী, মেঘতুল্য ঘৰ্ঘৰ ৰবা বাৰহী, বজ্ৰধাৰিণী ইন্দ্ৰাণী, গণপতি ও ৰুদ্ৰ সহিতা দেৱী চামুণ্ডা আদি মাতৃ সকলে আমাক ৰক্ষা কৰক। তেনে সময়তে নানা প্ৰকাৰৰ তাল, কৰতাল, ভোৰতাল, খোল, ঢোল, মৃদঙ্গ, ভেৰী, পটংহ আদি বাদ্য বজাই আৰু দেৱতাৰ জয় ধ্বনি দি বহু লোকে এজন মানুহক ডিঙিত পুষ্প মাল্য পিন্ধাই সজাই পৰাই লৈ শোভা যাত্ৰা কৰি সেই মন্দিৰলৈ আদৰি আনিছে। সুসজ্জিত কৰি অনা মানুহজনক যে দেৱতাৰ আগত বলি দিব অনা হৈছে সেই কথা ৰজাই তাক দেখিয়েই বুজি পাইছিল। তথাপি ৰজাই তেনে হুলস্থুলৰ কাৰণ একমাত্ৰ নৰ বলি প্ৰদান বুলি নিজেই চিন্তা কৰিব ধৰিলে। অতিশয় বিষন্ন বদনৰ লোকজনক মৃত্যুৰ হাতৰপৰা ৰক্ষা কৰিব পাৰিলে পৰোপকাৰ সাধন হ'ব। আনহাতে মানুহে এশ বছৰ ধৰি জীয়াই থকাৰ পিছতো মৰণৰ সন্মুখীন হ'ব লাগিব কাৰণেই নিজৰ শৰীৰ দান কৰি হলেও মানুহৰ জীৱন ৰক্ষা কৰাটো উচিত হব। শাস্ত্ৰত পোৱা যায় যে— "চলা লক্ষ্মী শ্চলা প্ৰাণা শ্চলো দেহোহম যৌৱনম্। চলাচলশ্চ সংসাৰঃ কিৰ্ত্তীৰ্ধৰ্ম শ্চ নিশ্চলঃ॥" অৰ্থাৎ লক্ষ্মী চঞ্চলা, প্ৰাণ-দেহা আৰু যৌৱন বিনাশশীল। এই সংসাৰখনো অস্থিৰ, মাত্ৰ মানুহৰ কীৰ্ত্তি আৰু ধৰ্মই অবিচল হৈ থাকে। আকৌ শৰীৰ অনিত্য, বৈভৱসমূহ অস্থায়ী, মৃত্যু সদায় মানুহৰ ওচৰতে বৈ আছে এতেকে মানুহে ধৰ্ম সংগ্ৰহ কৰাটো কৰ্ত্তব্য। তাৰোপৰি ইয়াকো দেখা যায় যে যাৱতীয় অৰ্থসমূহ মানুহৰ ভৰিৰ ধূলিৰ নিচিনা, যৌৱন কাল পৰ্ব্বত ফাটি ওলাই অহা নদীৰ সোঁতৰ দৰে বেগবান, পৰমায়ু পানীৰ ঔ টেঙাৰ দৰে অস্থীৰ, জীৱন পানীত



হোৱা ফেনৰ দৰে ক্ষণ-ভঙ্গুৰ, গতিকে যি লোকে দৃঢ় চিত্তেৰে স্বৰ্গৰ পথ উদ্ঘাটনকাৰী ধৰ্ম্ম উপাৰ্জ্জন নকৰে সেই লোকে জৰাগ্ৰস্ত হৈ শোকতে জীৱন পাত কৰিব লগাত পৰে। মনতে এনেবোৰ কথা ভাবি ৰজাই সেই মানুহবিলাকক সুধিলে যে তেওঁলোকে ঢোল খোল বজাই শোভাযাত্ৰা কৰি অনা মানুহজনক কলৈ নিব? তেতিয়া এজনে ৰজাক বুজাই দিলে যে তেওঁলোকে অনা মানুহজনক দেৱতাৰ ওচৰত বলি দিব। সেই কথা শুনি বিক্ৰমাদিত্যই কলে যে দেৱতাৰ উদ্দ্যেশ্যে অনা মানুহজন ভয়ত কম্পমান আৰু অতি দুৰ্বল। গতিকে সেই মানুহজনক মুক্তি দি ৰজাক দেৱতাৰ আগত বলি দিব লাগে। তাৰ পিছত ৰজাৰ কথামতে সেই মানুহজনক মুক্তি দি বিক্ৰমাদিত্যক বান্ধি লৈ গৈ দেৱতাৰ মন্দিৰত উপস্থিত হ'ল। অৱশেষত ৰজাই দেৱতাৰ আৰাধনা কৰি নিজেই নিজৰ মূৰ কাটিবলৈ উদ্যত হোৱাত দেৱতাই আবিৰ্ভূত হৈ ৰজাক কলে যে তোমাৰ এনে পৰোপকাৰ সাধনৰ গুণত সন্তুষ্ট হৈছো। এতিয়া তোমাক কি লাগে প্ৰকাশ্যে কোৱা। ৰজাই কলে হে প্ৰভু! যদি আপুনি প্ৰসন্ন হৈছে তেতিয়াহলে আজিৰ পৰা নৰ বলি গ্ৰহণ কৰাটো পৰিত্যাগ কৰ'ক। তেতিয়া দেৱতাই "তথাস্তু" বুলি কৈ তাৰপৰা অদৃশ্য হ'ল। নগৰৰ লোকসকলে শেষত ৰজাৰ পৰিচয় পালে আৰু ৰজাৰ স্তুতিপাঠ কৰি নমস্কাৰ জনালে। তেতিয়া বিক্ৰমাদিত্যইও তাৰপৰা বিদায় লৈ নিজৰ ৰাজধানীত প্ৰৱেশ কৰিলে। অপেস্বৰীয়ে কলে হে মহাৰাজ ভোজৰাজ! যদি ৰজা বিক্ৰমাদিত্যৰ দৰে আপোনাৰো পৰোপকাৰ সাধন গুণ বিদ্যমান আছে তেনেহলে এই সিংহাসন গ্ৰহণ কৰক।

ৰজাই একো নামাতিলে। অপেস্বৰীৰ মুখলৈ চাই ৰ'ল।

———

# অপেস্বৰী—২৯

ৰজা ভোজে যেতিয়া সেই দিব্য সিংহাসনত বহিবলৈ তৎপৰ হ'ল তেতিয়া আন এজনী অপেস্বৰীয়ে মাত লগালে— হে মহাৰাজ! ৰজা বিক্ৰমাদিত্যৰ দৰে গুণ বিশিষ্ট ব্যক্তিয়েহে এই সিংহাসনৰ বাবে উপযুক্ত পুৰুষ হয়। যদি বিক্ৰমাদিত্যৰ সদৃশ গুণৰাজি আপোনাৰো আছে তেতিয়াহলে সিংহাসন অধিকাৰ কৰাত কোনো বাধা নাই। ভোজ ৰজাই ক'লে হে অপেস্বৰী কন্যা! ৰজা বিক্ৰমাদিত্যৰ গুণৰ মহিমা বৰ্ণনা কৰা। তেতিয়া অপেস্বৰীয়ে কবলৈ আৰম্ভ কৰি কলে হে ৰজা! মনোযোগেৰে মন দি শুনক। এদিনাখন মহাৰাজ বিক্ৰমাদিত্য ৰাজকুমাৰ সকলোৰে সৈতে ৰাজ সভাত উপস্থিত আছিল। সেই সময়ত কোনো এজন স্তুতি পাঠক ৰাজ সভাত উপস্থিত হৈ কবলৈ ধৰিলে— হে নৃপৱৰ! যি পৱিত্ৰ সলিলা সুৰনদী জাহ্নৱী কল্লোল তৰঙ্গ মালাৰ সৈতে প্ৰৱাহিত ৰব, যেতিয়ালৈকে আকাশ মাৰ্গত থকা লোকপাল ভাস্কৰ দেৱ পৃথিৱীত কিৰণ জাল বিতৰণ কৰি থাকিব, যি দিনলৈকে মেৰু পৰ্বতৰ শৃঙ্গ দেশত ইন্দ্ৰনীল মণি আৰু স্ফটিক শিলসমূহ বিৰাজমান থাকিব, সেই কাল পৰ্য্যন্ত আপুনি পুত্ৰ পৌত্ৰ আৰু স্বজনেৰে সৈতে আনন্দেৰে ৰাজ্য উপভোগ কৰি থাকিব। এনেদৰে ৰজাৰ প্ৰতি আশীৰ্বচন উচ্চাৰণ কৰি পুনৰায় ৰজাৰ স্তুতি পাঠ কৰিব ধৰিলে হে ৰাজন! আকাশত মেঘৰ উদ্ভৱ হোৱা দেখি সন্তাপ পীড়িত ময়ুৰ পক্ষীসকল আৰু পিপাসাৰ্ত্ত চাতক নামৰ বিহঙ্গম-বোৰে যিদৰে পানী প্ৰাৰ্থনা কৰে সেইদৰে স্তুতি পাঠকেও মহাৰাজৰ দৰ্শন লাভ কৰি তেওঁৰ পৰা ধন যাচ্ঞা কৰিছে। তেওঁ আকৌ কবলৈ আৰম্ভ কৰিলে যে স্তুতি পাঠক এজন দূৰদেশবাসী, ৰজা বিক্ৰমাদিত্যৰ কীৰ্ত্তিকলাপ শ্ৰৱণ কৰি তাকে প্ৰত্যক্ষ কৰাৰ মানসেৰে



ইয়াত উপস্থিত হৈছে। হে মহাৰাজ! আপোনাৰ যশস্যাৰাশি সপ্ত সমুদ্ৰ পৰিবেষ্টিত মেদিনী মণ্ডলত বিৰাজমান হৈ উঠিছে। হে ৰাজন! আপুনি যাচক সকলৰ প্ৰতি কল্পবৃক্ষস্বৰূপ জানিব পাৰি আপোনাৰ ওচৰ চাপিছো আৰু দাৰিদ্ৰ্যৰূপী মহাব্যাধিৰ হাতৰপৰা মুক্তি লাভ কৰিব পাৰিম বুলি স্তুতি পাঠকৰ বিশ্বাস আছে। তাৰ পিছত ৰজাই ৰাজকোষৰ ভাণ্ডাৰীজনক মতাই আনি ক'লে যে এই স্তুতি পাঠকক ৰাজভৰাললৈ নিয়া আৰু তেওঁৰ ইচ্ছামতে ধন নিবলৈ দিয়া। ৰজাৰ আদেশমতে স্তুতি পাঠকজনে নিজৰ আকঙ্ক্ষিত ধন-সোণ লৈ আকৌ ৰজাৰ উদ্দেশ্যে কবলৈ ধৰিলে যে ‘ৱেদা ৱেদায়না ৱিষ্টো গোৱিন্দোঽপি গদাধৰঃ। শম্ভুঃশূলী বিষাদিত্বং দেৱৈঃ কেলোপমীয়তে॥” অৰ্থাৎ— ব্ৰহ্মাদেৱ ৱেদ অধ্যয়নতেই নিৱিষ্ট চিত্ত হয়, গোবিন্দই গদা ধাৰণ কৰি শত্ৰু সংহাৰতেই আসক্ত, শূলধাৰী শঙ্কৰ বিষ ভক্ষণ কৰিয়েই কাল যাপন কৰিছে, কোন দেৱতা আপোনৰ উপমাস্থল হ'ব পাৰে? এনেদৰে স্তুতি গান গাই তেওঁ ৰজাৰপৰা বিদায় ললে। অপেস্বৰীয়ে কলে হে মহাৰাজ! যদি বিক্ৰমাদিত্যৰ দৰে আপোনাৰ দয়া-গুণ আছে তেতিয়াহ'লে এই সিংহাসনত আৰোহণ কৰক। ৰজা ভোজে একোকে নকলে, তলমূৰ কৰি থাকিল।

---

# অপেশ্বৰী—৩১

ৰজা ভোজে আকৌ যেতিয়া সিংহাসনত আৰোহণ কৰিব খুজিছিল তেতিয়া আন এগৰাকী অপেশ্বৰীয়ে মাত লগাই কবলৈ ধৰিলে। হে মহাৰাজ ! ৰজা বিক্ৰমাদিত্যৰ দৰে গুণশালী ব্যক্তিয়েহে এই সিংহাসনৰ যোগ্য পুৰুষ হয়। ভোজ ৰাজে কলে হে অপেশ্বৰী কন্যা! গুণৰ অধিকাৰী ৰজা বিক্ৰমাদিত্যৰ মহিমা বৰ্ণনা কৰা। ৰজাৰ কথা শুনি অপেশ্বৰীয়ে কবলৈ ধৰিলে আৰু ভোজ ৰজাইও শুনিবলৈ ললে। ৰজা বিক্ৰমাদিত্যৰ ৰাজত্ব কালত এদিনাখন এজন সন্যাসী আহি ৰাজ সভাত উপস্থিত হ'ল আৰু ৰজাৰ হাতত এটা ফল প্ৰদান কৰি কলে হে মহাৰাজ ! আপুনি পৰোপকাৰী আৰু সকলোৰে আশ্ৰয় দাতা। প্ৰৱন্ধ ক্ৰমে আকৌ কলে যে আঘোন মাহৰ কৃষ্ণা চতুৰ্দ্দশী তিথিৰ দিনাখন ৰাতি মহাশ্মশানৰ এটা যজ্ঞ কৰ্ম্মৰ অনুষ্ঠান হব আৰু সেই যজ্ঞৰ হোতা সন্যাসী নিজেই, কিন্তু উত্তৰ সাধক (যোগালী) হিচাবে কাৰ্য্য নিৰ্ব্বাহ কৰিব লাগিব। লগতে সন্যাসীয়ে ইয়াকো কলে যে সেই যজ্ঞ স্থলীৰ নীতি দূৰত এজোপা শমীধ গছ আছে আৰু সেই গছ জোপাত এজন বেতাল অৰ্থাৎ ভূতৰ অধিপতি সংলগ্ন হৈ আছে। ৰজাই মৌনভাৱে থাকি বেতালে মাটি স্পৰ্শ নকৰাকৈ অৰ্থাৎ তাক কান্ধত উঠাইলৈ যজ্ঞ স্থলীলৈ আনিব লাগিব। সন্ন্যাসীৰ কথাত ৰজাই সন্মতি জ্ঞাপন কৰিলত কৃষ্ণা চতুৰ্দ্দশীৰ দিনাখন যথা সময়ত শ্মশানত ৰজাক উপস্থিত থাকিবলৈ আহ্বান জনাই সন্যাসী ৰজাৰ পৰা বিদায় ললে। তাৰ পিছত কৃষ্ণা চতুৰ্দ্দশীৰ ৰাতি সন্ন্যাসীজনে সমস্ত যজ্ঞীয় সামগ্ৰী সংগ্ৰহ কৰি মহাশ্মশানত উপস্থিত হ'ল আৰু ৰজা বিক্ৰমাদিত্যৰ আগমনৰ প্ৰতীক্ষাত বৈ থাকিল। বিক্ৰমাদিত্য ৰজাইও কৌতুহল মনেৰে সন্ন্যাসীৰ নিৰ্দ্দেশ মতে মহাশ্মশানত উপস্থিত হ'ল



আৰু ৰজাক দেখি আনন্দমনে সন্ন্যাসীয়ে আদেশ কৰিলে যে সৌ গছ জোপাত থকা শৱ দেহৰ দৰে বস্তুটো কোনো কথা নোকোৱাকৈ কান্ধত তুলি লৈ অহা। তেতিয়া বিক্ৰমাদিত্যই গছত থকা মৰা শ আকৃতিৰ বেতালক কান্ধত লৈ মৌনভাৱে খোজ লোৱাত বেতালে মাত লগালে হে ৰজা ! এটা সাধুকথা কওঁক। ৰজাই কোনো কথাকে নোকোৱা দেখি বেতালে আকৌ কবলৈ ধৰিলে হে ৰজা ! ভণ্ড সন্ন্যাসীৰ আদেশ মতে আপুনি কোনো কথা কোৱা নাই। কিন্তু ইয়াৰ পিছত যদি উত্তৰ নিদিয়ে তেনেহলে ৰজাৰ মূৰটো ছিঙি মাটিত পৰিব বুলি বেতালে ৰজাক কলে। তাৰ পিছত বেতালে কবলৈ আৰম্ভ কৰিলে হে ৰজা শুন'ক ! হিমালয়ৰ দক্ষিণ পাদদেশত ব্ৰহ্মৰতী নামেৰে এখন নগৰ আছে। সেই নগৰৰ ৰজাজনৰ নাম সুবিছাৰকা। তেওঁৰ পুত্ৰ ময়সেন ৰাজ কুমাৰ এদিনাখন মৃগয়াৰ কাৰণে বনলৈ গ'ল আৰু তাতে অতি পৰিশ্ৰান্ত হৈ কোনো এজন ব্ৰাহ্মণৰ এখন আশ্ৰমত উপস্থিত হ'ল আৰু ক্ষন্তেক সময়ৰ কাৰণে ৰাজকুমাৰৰ ঘোঁৰাটো ধৰি ৰাখিবলৈ ব্ৰাহ্মণক আদেশ কৰিলে। কাৰণ ৰাজকুমাৰে প্ৰমোদ উদ্যাগত গৈ অলপ সময় বিহাৰ কৰি আহিব। ৰাজকুমাৰৰ কথা শুনি ব্ৰাহ্মণৰ খং উঠিল আৰু কলে যে ব্ৰাহ্মন ৰাজকুমাৰৰ ঘোঁৰাৰখীয়া ভৃত্য নহয়। গতিকে ব্ৰাহ্মণে ঘোঁৰা ৰাখিব নোৱাৰে। ৰাজকুমাৰৰ প্ৰতি ব্ৰাহ্মণৰ তেনেকুৱা অৱজ্ঞা সূচক কথা শুনি ৰাজকুমাৰে চাবুকেৰে ব্ৰাহ্মণক প্ৰহাৰ কৰি তাৰপৰা আতৰি গ'ল। ব্ৰাহ্মণে ৰাজকুমাৰ বুলি জানিব পাৰি তাৰ অত্যাচাৰৰ কথা ৰজাৰ ওচৰত নিবেদন কৰিলে। ৰজাই ব্ৰাহ্মণৰ ওপৰত অন্যায় আচৰণ কৰাৰ কথা শুনিলে আৰু সেই অপৰাধতে ৰাজকুমাৰ ময়সেনক ৰাজ্যৰ পৰা নিৰ্ব্বাসন কৰাৰ আদেশ কৰিলে। সেয়েহে সাধুলোকে কয়যে " ন বিষং ভক্ষয়েৎ প্ৰাজ্ঞো নক্ৰীড়েৎ পন্নগৈঃ সহ। ন নিন্দেৎ যোগী বৃন্দানি ব্ৰহ্মদ্বেষং ন কাৰয়েৎ"॥ অৰ্থাৎ জ্ঞানী লোকসকলে বিষভক্ষণ নকৰে, সেইদৰে বিষধৰৰ লগত খেলা নকৰে, যোগী ঋষি সকলৰ নিন্দা নকৰে আৰু কেতিয়াও ব্ৰহ্মদ্বেষ নকৰে। গতিকে ব্ৰাহ্মণক অত্যাচাৰ কৰা ৰাজকুমাৰক ৰজাই ৰাজ্যৰ পৰা নিৰ্ব্বাসন দণ্ডৰ আদেশ দিলে। তাৰ পিছত ৰজাৰ পাত্ৰ

মন্ত্রীসকলে গুৰু দণ্ডৰ পৰা ৰাজকুমাৰক মুক্তি দিবলৈ ৰজাৰ ওচৰত আবেদন জনালে। অৱশেষত সেই ব্রাহ্মণে ও আহি ৰাজকুমাৰৰ মুক্তি ভিক্ষা কৰি ৰজাৰ ওচৰত ক্ষমা প্রার্থনা কৰিলে। শেষত ৰজাই ৰাজকুমাৰক দণ্ডৰ পৰা মুক্তিদান দিলে। বেতালে কলে হে ৰজা! ব্রাহ্মণ আৰু সেই ৰজাৰ ভিতৰত কোনজন অধিক গুণৰ অধিকাৰী? বিক্রমাদিত্যাই সেই ৰজা জনকে অধিক গুণশালী বুলি কলে আৰু বেতালেও বিক্রমাদিত্যৰ মৌনতা ভঙ্গ হোৱা দেখি পুনৰায় শমীধ বৃক্ষৰ ওপৰত উঠিল। বিক্রমাদিত্যইও আকৌ বেতালক ধৰি আনিলে। এনেদৰে ৰজা আৰু বেতালৰ মাজত পঁচিশ বাৰ কথোপকথন হৈছিল। সেইবোৰ বেতাল পঞ্চ বিংশতি নামেৰে সংস্কৃত কথা সাহিত্যত পঢ়িবলৈ পোৱা যায়। অৱশেষত বেতালে কলে হে ৰজা! এই যজ্ঞকাৰী সন্ন্যাসীজনে বেতাল সিদ্ধ কৰিবৰ বাবে আপোনাক যজ্ঞৰ শেষত বলি দিব। বেতালে ৰজাক ইয়াকো কলে যে সন্ন্যাসীজনে যেতিয়া আপোনাক (ৰজাক) অষ্টাঙ্গে প্রণাম জনাবলৈ আদেশ কৰিব তেতিয়া আপুনি প্রণাম কেনেদৰে কৰিব লাগে সন্ন্যাসীক দেখুৱাই দিবলৈ অনুৰোধ কৰিব আৰু যেতিয়া সন্ন্যাসীয়ে আঠুলৈ তলমূৰ কৰি প্রণাম কৰা দেখুৱাব সেই সময়তে যজ্ঞৰ আগত থকা দাখৰেৰে সন্ন্যাসীৰ মূৰটো কাটি বলি দিব। তেতিয়া অনিমাদি গুণবোৰৰ লগতে বেতাল সিদ্ধ হৈ আপোনাৰ বশীভূত হব। তাৰ পিছত বিক্রমাদিত্যই মৌনভাৱে বেতালক লৈ যজ্ঞস্থলীত উপস্থিত হ'ল। ৰজা আৰু সন্ন্যাসীৰ কথোপ-কথনৰ মাজত ৰজাই বেতালৰ কথা সোঁৱৰণ কৰি সন্ন্যাসীক যজ্ঞৰ শেষত বলি দিলে। ৰজাৰ অষ্টসিদ্ধি লাভ হোৱাৰ লগতে বেতাল সিদ্ধ হ'ল। তেতিয়াৰ পৰা ৰজাই স্মৰণ কৰিলেই বেতাল আহি অসাধ্য সাধন কৰে। বেতালক বিদায় দি ৰজাইও নিজে ৰাজধানীত প্রৱেশ কৰিলে। অপেস্বৰীয়ে কলে হে মহাৰাজ! যদি বিক্রমাদিত্যৰ দৰে ধৈর্য্য গুণ আছে তেতিয়াহলে এই সিংহাসনত উপৱেশন কৰ'ক। ৰজাই অপেস্বৰীৰ মুখলৈ চাই বল একো কথাকে নকলে।

———

## অপেস্বৰী—৩২

আগৰ দৰে ৰজা ভোজে সেই স্বর্গীয় সিংহাসনত বহিবলৈ তৎপৰ হ'ল তেতিয়াই শেষৰজনী অপেস্বৰী কন্যাই মাত লগালে হে মহাৰাজ! এই সিংহাসনৰ উপযোগী পুৰুষ ভূ-মণ্ডলত কোনো নাই। একমাত্র বিক্রমাদিত্য ৰজাই যোগ্য ব্যক্তি ৰূপে এই আসন অলংকৃত কৰিছিল। বিক্রমাদিত্যই নিজ ভূজ বলেৰে সসাগৰা পৃথিৱী জয় কৰি সকলোৰে সংশয় দূৰ কৰিছিল। তেওঁৰ গুণৰাশি জগতত সূর্য্য কিৰণৰ দৰে প্রতিভাত হৈ উঠিছিল। অপেস্বৰীয়ে কলে যে যদি আপোনাৰো তেনে গুণ থাকে তেতিয়াহলে এইখন আসনত উপৱেশন কৰ'ক। সেই কথা শুনি ভোজ ৰজাই মৌন হৈ অপেস্বৰীৰ মুখলৈ চাই থাকিল! ৰজাই একোকে নোকোৱা দেখি পুনবায় অপেস্বৰীজনীয়ে কবলৈ ধৰিলে হে মহাৰাজ। ৰজা বিক্রমাদিত্য গুণী পুৰুষ আছিল, আপুনিও পৰম পৱিত্র চৰিত্রৰ অধিকাৰী। গতিকে আপোনালোক দুই জনেই ঈশ্বৰৰ অংশ স্বৰূপ। সেই কাৰণেই আমি আটাইকেইজনী অপেস্বৰীয়ে আপোনাৰ চৰণৰ পৰশ পাই দেৱীৰ শাপৰ পৰা মুক্তি লাভ কৰিব পাৰিম। তাকে শুনি ভোজ ৰজাই সুধিলে হে কন্যা। তুমি কি শাপ মুক্তিৰ কথা কৈছা? তেতিয়া অপেস্বৰীয়ে ৰজাৰ আগত কবলৈ ধৰিলে যে বিধিৰ লিখন কোনোৱে এৰাব নোৱাৰে। সেয়েহে কয় "সহিগগণ বিহাৰী, কল্মষ ধ্বংসকাৰী দশ শতকৰধাৰী জ্যোতিষাং মধ্যচাৰী। ৱিধুৰপি ৱিধিসোগাৎ গ্রস্যতে ৰাহুনাসৌ লিখিতসপি ললাটে প্রোজ্জিতুং কঃ সমর্থঃ॥" অর্থাৎ যিয়ে আকাশত বিচৰণ কৰে, সকলো অন্ধকাৰ দূৰ কৰে, হেজাৰ বিজাৰ কিৰণ বিশিষ্ট আৰু জ্যোতিষ্ক নক্ষত্রৰ মাজত থাকে, সেই চন্দ্রকো ৰাহু গ্রহই গ্রাস কৰা বুলি কয়। গতিকে যাৰ অদৃষ্টত যি লিখা থাকে তাৰ পৰা কোনেও হাত সাৰিব নোৱাৰে।

হে মহাৰাজ। আমি সকলো কেইজনী অপেস্বৰীয়ে দেৱতাৰ জীয়াৰী হওঁ। আটাইকেইজনী দেৱী পাৰ্বতীৰ সহচৰী আৰু দেৱীৰ চৰণ সেৱিকা। অপেস্বৰীয়ে তেওঁলোকৰ নাম ৰজাৰ আগত প্ৰকাশ কৰিলে। যেনে— মিশ্ৰকেশী, প্ৰভাৱতী, সুপ্ৰভা, ইন্দ্ৰসেনা, সুদতী, অনঙ্গনয়না, কুৰঙ্গনয়না, লাৱণ্যৱতী, কামকলিকা, চণ্ডিকা, প্ৰজ্ঞাৱতী, জনমোহিনী, বিদ্যাৱৰী, নিৰূপমা, হৰিমধ্যা, মদন সুন্দৰী, বিলাসৰসিকা, শৃঙ্গাৰ কলিকা, মন্মথ, সঞ্জীৱনী, ৰতিশীলা, মানৱতী, চিত্ৰৰেখা, সুৰত গহ্বৰা, প্ৰিয়দৰ্শনা, কামোন্মাদিনী, সুখ সাগৰা, শশীকলা, চন্দ্ৰ ৰেখা, হংসগামিনী, কাম ৰসিকা আৰু উন্মাদিনী। এসময়ত পৰমেশ্বৰ শিৱই বিহাৰ ভূমিত উপস্থিত থকা সময়ত সকলো দেৱ কন্যাই অসাৱধান হেতুকে ভগাৱানৰ প্ৰমোদ উদ্যানত প্ৰৱেশ কৰাৰ কাৰণে দেৱী পাৰ্বতীয়ে ক্ৰুদ্ধা হৈ অভিশাপ দি ক'লে যে তোমালোকে জীৱহীন পুত্তলিকাৰূপে ইন্দ্ৰৰ সিংহাসনত সংলগ্না হৈ থাকে গৈ। তেতিয়া আমি দেৱকন্যাসকলে পাৰ্বতীৰ চৰণত পৰি শাপ মোচনৰ কাৰণে প্ৰাৰ্থনা জনোৱাত দেৱীয়ে কলে যে সেই ইন্দ্ৰ সিংহাসন ৰজা বিক্ৰমাদিত্যৰ পিছত ভোজ ৰজাৰ হস্তগত হলে, ভোজ ৰজা আৰু তোমালোকৰ কথোপ-কথনৰ লগতে ৰজাৰ পাদ স্পৰ্শ লাভ কৰাৰ পিছত তোমালোকৰ শাপ বিমোচন ঘটিব। তাৰ পিছত অপেস্বৰীসকলে দিব্যৰূপ ধাৰণ কৰিলে আৰু ভোজ ৰজাক নমস্কাৰ জনাই দেৱী পাৰ্বতীৰ উদ্দেশ্যে গমন কৰিলে। অৱশেষত ৰজা ভোজে সেই সিংহাসনৰ ওপৰত হৰ-পাৰ্বতীৰ প্ৰতিমূৰ্ত্তি স্থাপন কৰিলে আৰু নিজে সদায় সেই প্ৰতিমাৰ পূজা অৰ্চ্চনা কৰি সুখেৰে ৰাজ্য শাসন কৰিব ধৰিলে।

( সমাপ্ত )

# মহাকবি কালিদাসৰ সংক্ষিপ্ত বিৱৰণী

কবিকুলৰ শিৰোমনি কালিদাসৰ জীৱনী সম্বন্ধে ঐতিহাসিক বিৱৰণ অতি কমেই পোৱা যায়। শ্ৰেষ্ঠ কবি কালিদাসৰ ৰচিত মনোমুগ্ধকাৰী "অভিজ্ঞান শকুন্তলম্" নাটক, চিত্তবিনোদক "ৰঘুবংশ" ও কুমাৰ সম্ভৱ আৰু অনুপম "মেঘদূত" গ্ৰন্থই কাব্য জগতত তেওঁৰ কীৰ্ত্তি চিৰদিন সমুজ্বল কৰি ৰাখিবলৈ সমৰ্থ হৈছে। পৃথিৱীত সমভাৱে সমাদৃত এইজন ভাৰতীয় কবি আজি আৰু সংসাৰত নাই। ভূমণ্ডলৰ এক প্ৰান্তৰ পৰা অন্য এক প্ৰান্তলৈ, সমস্ত সভ্য জনগণৰ বিভিন্ন ভাষাত তেখেতৰ গ্ৰন্থাৱলী অনুদিত হৈছে আৰু সেইবোৰৰ অধ্যয়ন কৰাৰ উপৰিও কবি জনাৰ বিষয়ে চিন্তাচৰ্চ্চা কৰা দেখা গৈছে। কিন্তু মহাকবি কালিদাস কেনে প্ৰকৃতিৰ আছিল, কেতিয়া কোন ঠাইত আৱিৰ্ভূত হৈছিল সেই বিষয়ে নিশ্চিত বিৱৰণ কোনেও দিব পৰা নাই। এইজনা কবিৰ জীৱন বৃত্তান্ত সম্পৰ্কে বহুজনে নানা কিতাপ ৰচনা কৰা দেখা যায়। ইংলণ্ড, জাৰ্ম্মান, ফ্ৰান্চ আদি দেশৰ অভিজ্ঞ পণ্ডিত সকলে বিশদ ভাৱে আলোচনা কৰি বিভিন্ন কিতাপ প্ৰণয়ন কৰিলেও এই পৰ্য্যন্ত কোনেও তেখেতৰ বিষয়ে স্থিৰ সিদ্ধান্ত দিব পৰা নাই। ভাৰতবৰ্ষ ভূমিতো কবি কালিদাসৰ জীৱনী সম্পৰ্কীয় কোনো কিতাপ পোৱা হোৱা নাই। কিন্তু এই বিষয়ে বিভিন্ন ঠাইৰ নানা ৰকমৰ প্ৰচলিত কাহিনী আদিৰ আধাৰত কোনো কোনো পণ্ডিতলোকে কিতাপ আদি লিখিলেও সেইবোৰৰ দ্বাৰা কবিজনাৰ জীৱনাদৰ্শ নাইবা বুৰঞ্জীমূলক বিৱৰণ বুলি কোনো মতে গ্ৰহণ কৰিব পৰা নেযায়। তথাপি লোক সমাজত বহুকালৰে পৰা কাণ বাগৰি অহা গল্প বা কাহিনী বোৰকেই কালিদাসৰ জীৱনাদৰ্শৰ বুৰঞ্জী মূলক তথ্য বুলি জন সাধাৰণৰ মনত দৃঢ় বিশ্বাস হৈ আহিছে। কবি চূড়ামণি কালিদাসৰ

জীৱনী সম্বন্ধে আলোচনা কৰাৰ আগতে তেখেতে কোন সময়ত জন্ম গ্ৰহণ কৰিছিল তাকেই যথাশক্তি আলোচনা কৰাৰ আৱশ্যক। কোনো কোনোজনে কব খোজে যে খৃষ্টাব্দ দ্বিতীয়, আন কিছুমানলোকে কয় খৃষ্টাব্দ তৃতীয় আৰু অন্যান্য কিছুমান পণ্ডিতে কালিদাস ষষ্ঠ শতাব্দীত জন্ম গ্ৰহণ কৰিছিল বুলি কয়। আনহাতে কালিদাস বিক্ৰমাদিত্য ৰজাৰ সভাসদ্ আছিল বুলি প্ৰসিদ্ধিও আছে। প্ৰাচীন কালত উজ্জয়িনী নগৰত বিক্ৰমাদিত্য নামেৰে বহুতো ৰজাই বিভিন্ন সময়ত ৰাজত্ব কৰিছিল বুলি জনা যায়। কালিদাস কোনজন বিক্ৰমাদিত্য ৰজাৰ সভাসদ আছিল সেই বিষয়ে বিংশ শতাব্দীতো মতভেদ বিদ্যমান আছে। বহুতো জাৰ্ম্মান দেশীয় পণ্ডিত আৰু লগতে ইংলণ্ড দেশীয় পণ্ডিত প্ৰিনসেন, উইল কোট্, এলকিষ্টোন, মাৰকস্ মূলাৰ মিঃ টড্ প্ৰভৃতি মনিষীসকলে কালিদাস সম্বন্ধে নানা ৰকমৰ আলোচনা কৰি ৰাখি থৈ গৈছে। ( বহুতৰে ধাৰণা ) যে বৰ্ত্তমান বিক্ৰমাদিত্য শতাব্দীৰ বিংশ শতাব্দীৰ সময় আৰু কালিদাস সেইকালৰ বিক্ৰমাদিত্যৰ সভাসদ আছিল ) কিন্তু সেইযুক্তিও সঠিক হিছাপে প্ৰতীতি হোৱা টান হৈ পৰে। কাৰণ শ্ৰীদেৱ নামৰ এজন পণ্ডিতে "বিক্ৰমচৰিত নামে এখন পুথি ৰচনা কৰি বিক্ৰমাদিত্যৰ চৰিত্ৰ বৰ্ণনা কৰিছে। কিন্তু তাত কালিদাসৰ উল্লেখ পোৱা নেযায়। আগৰ বোম্বাই প্ৰদেশৰ এজন পণ্ডিত শ্ৰীভৰ্গদাজিয়ে কালিদাসক হৰ্ষ বিক্ৰমাদিত্য নামেৰে উজ্জয়িনী ৰজাৰ সভাসদ্ বুলি বৰ্ণনা কৰিছে আৰু তেওঁয়ে (কালিদাস) যি কাশ্মিৰী ইতিবৃত্ত ৰাজতৰঙ্গিনী নামক গ্ৰন্থ ৰচনা কাৰী ৰজা মাতৃগুপ্ত হয় বুলি প্ৰমাণ কৰিবলৈ যত্নপৰ হোৱা দেখা যায়। যদি জগতত অপৰাজেয় কাব্যিক প্ৰতিভা বহন কাৰী "অভিজ্ঞান শকুন্তলম্" প্ৰণেতা কাশ্মিৰ ৰাজ মাতৃগুপ্ত হয় তেনেহলে তেওঁৰ সময় নিৰ্দ্ধাৰণ কৰাটো সহজ হৈ পৰে। কিন্তু মাতৃগুপ্তই যে কালিদাস হব পাৰে তেনেকুৱা বিশ্বস্ত প্ৰমাণ পোৱাটো আজিও অন্ধকাৰৰ গৰ্ভত বিলীন হৈ আছে। বিভিন্ন ক্ষেত্ৰত বহু ঠাইত কালিদাসৰ নাম বেলেগ বেলেগ ধৰণে পোৱা



যায়। কিন্তু কালিদাসক মাতৃগুপ্ত বুলি কতো অভিহিত কৰা পোৱা নেযায়। কালিদাস নাম দেখি তেখেতক কিছুমানে বঙালী নাইবা গৌড় দেশীয় ব্ৰাহ্মণ বুলি কব খোজে। ইয়াৰ বাহিৰেও কালিদাস ভোজৰজাৰ সভাসদ্ আছিল বুলি জনশ্ৰুতি আছে আৰু ভোজনামৰ বহু ৰজাই বহু সময়ত ৰাজত্ব কৰাৰ কথাও বুৰঞ্জীয়ে কয়। ইয়াকো জনা যায় যে মালৱ দেশৰ ৰজা ভোজ দেৱ এজন সুপণ্ডিত আৰু পণ্ডিতৰ আশ্ৰয় দাতা আছিল। কালিদাস তেওঁৰ সভাসদ আছিল বুলি বহুতে কব খোঁজে। উৎকল দেশীয় এখন কিতাপত ভোজ নামৰ এজন ৰজাৰ কথা পোৱা যায় আৰু মহাকবি কালিদাস তেওঁৰ ৰাজসভাৰ সভাসদ বুলি উল্লেখ থকাৰ কথা জনা যায়। এনেদৰে কালিদাসক দেশভেদে সকলোৱে নিজৰ দেশৰ লোক বুলি কৰলৈ প্ৰয়াস কৰে। যদি কালিদাস মালৱ দেশৰ ৰজা ভোজৰ সভাসদ্ হয় তেতিয়াহলে সেই ৰজাজন একাদশ শতাব্দীৰ হয় বুলি নানা গ্ৰন্থ আৰু শিলালিপি আদিৰ পৰা নিৰূপন কৰা হৈছে। অতি প্ৰাচীনাবাদ এটাৰ পৰা কোৱা হয় যে— বিক্ৰমাদিত্য ৰজাৰ ৰাজসভাত থকা নৱৰত্ন পণ্ডিতৰ অন্যতম ৰত্ন আছিল কালিদাস। বুদ্ধগয়াত খৃষ্টীয় দশম শতাব্দীত পোৱা খোদিত লিপিত নৱৰত্ন, পণ্ডিতৰ উল্লেখ থকাৰ উপৰিও সেই সময়ৰ শ্ৰীহৰ্ষ প্ৰণীত কিতাপত কালিদাসৰ কুমাৰ সম্ভৱৰ কথাও পোৱা যায়। শ্ৰীহৰ্ষ দশম শতিকাৰ লোক আছিল আৰু তেওঁৰ আগতেই কালিদাসৰ আৱিৰ্ভাৱ হোৱা বুলি কব লাগিব। হৰ্ষ চৰিত প্ৰণেতা বিখ্যাত পণ্ডিত বাণ ভট্টদেৱৰ গ্ৰন্থত কালিদাসৰ প্ৰসঙ্গ উল্লেখ কৰা পোৱা যায়। সেয়েহে কালিদাস ৭ম শতিকাৰ আগতে জন্ম গ্ৰহণ কৰিছিল। শকাব্দ ৫০৭ আৰু খৃষ্টাব্দ ৫৮৭ কাল ছোৱাত ৰচিত গ্ৰন্থ, খোদিত লিপি আদিত কালিদাসৰ নাম পোৱা গৈছে। যিঃ বেবে আদি বিখ্যাত জাৰ্মান পণ্ডিত সকলে ৰঘূবংশ ওকুমাৰ সম্ভৱ গ্ৰন্থকাব্যত কিছুমান জ্যোতিষ সম্পৰ্কীয় কথাৰ উদ্ধৃতি থকা দেখি নানা বিচাৰ আৰু যুক্তিতৰ্কৰ অৱতাৰণা কৰি তেওঁলোকে চতুৰ্থ শতিকাৰ পিছত

নাইবা ষষ্ঠ শতিকাৰ মাজত কালিদাসৰ আবিৰ্ভাৱ হৈছিল বুলি সিদ্ধান্তত উপনীত হোৱা দেখা গৈছে। তথাপি কালিদাস ষষ্ঠ শতিকাৰ লোক বুলি ধৰি ললেও প্ৰকৃততে কোন সময়ত মহাকবি জনাৰ জন্ম হৈছিল সেই কথা কোনো ৰকমে নিৰ্ণয় কৰাৰ উপায় নাই। যিজন লোকৰ জন্মৰ কথাই যদি অন্ধকাৰৰ মাজত আছে সেইজনৰ জীৱনাদৰ্শৰ কাহিনীও অন্ধকাৰত ডুব গৈ থকাটো কোনো সন্দেহজনক কথা নহয়। কিন্তু চিন্তাশীল পণ্ডিত সকলৰ উক্তিৰ পৰা কবিজনাৰ সম্বন্ধে কিছুমান কথা নিশ্চত বুলি আমি জানিব পাৰো। তাৰ ভিতৰত কেইটামান কথাৰ উল্লেখ কৰা হ'ল। প্ৰথমতে মহাকবি কালিদাস চতুৰ্থ শতিকাৰ পিছত সপ্তম শতিকাৰ কোনো সময়ত জন্ম গ্ৰহণ কৰিছিল। দ্বিতীয়তে বিক্ৰমাদিত্য নামৰ কোনো ৰজাৰ সভাসদ আছিল। সেই ৰজাজন মালৱ দেশৰ খুব সম্ভৱ ভোজৰজা অথবা উজ্জয়িনী নগৰৰ হৰ্ষ ৰজা হব, কাৰণ উক্ত দুয়োজন ৰজাৰ উপাধি বিক্ৰমাদিত্য আছিল। তৃতীয়তে বিক্ৰমাদিত্য কোনো নাম নহয়, ই এটা উপাধিহে তাত কোনো সন্দেহ নাই। চতুৰ্থতে বিক্ৰমাদিত্যৰ ৰজাৰ ৰাজসভাত নৱৰত্ন পণ্ডিত পৰিষদ্ আছিল আৰু কালিদাস নৱৰত্নৰ ভিতৰত প্ৰধানতম ৰত্ন আছিল। অমৰ কোষ প্ৰণেতা অমৰ সিংহ, জ্যোতিষ শাস্ত্ৰৰ মহাপণ্ডিত বৰাহ মিহিৰ, আৰু ভৱভূতি আদি পণ্ডিতসকল নৱৰত্ন পৰিষদৰ অন্তৰ্ভূক্ত আছিল। পঞ্চমত কালিদাস জাতিত ব্ৰাহ্মণ আছিল আৰু কিছুমানে কব খোজে যে শকুন্তলা নাটকত থকা বিদুষকৰ চৰিত্ৰটো কালিদাসে নিজেই মঞ্চত ৰূপায়িত কৰিছিল। কালিদাসে দেশ বিদেশৰ পণ্ডিত সকলক মুগ্ধ কৰাই নহয় তেওঁলোকে কালিদাসৰ গুণকীৰ্ত্তন কৰিছিল। ভাৰতবৰ্ষৰ ঘৰে ঘৰে আৱাল বৃদ্ধ বণিতাই কবিজনাক সুমৰণ কৰি গৌৰৱ অনুভৱ কৰে। এই কবিজনাৰ জীৱনাদৰ্শৰ বিষয়ে জানিব নোৱাৰাটো ভাৰত বাসীৰ পক্ষে কম পৰিতাপৰ কথা নহয়। আজি কবি কালিদাস নাই, সেই উজ্জয়িনী নগৰী আৰু বিক্ৰমাদিত্য ওনাই হিন্দুৰ পিছত মুছলমান তাৰ পিছত খৃষ্টান ৰাজত্ব আহিল আৰু গ'ল। আজি সেই



ভাৰতবৰ্ষও নাই। কিন্তু প্ৰায় দুহেজাৰ বছৰ আগতে কৰা কালিদাসৰ অমৰ ৰচনা শকুন্তলা নাটকে সমগ্ৰ পৃথিৱীকেই যি আনন্দ দান কৰিছে সেই আনন্দ আজিও জগতত অব্যাহত হিছাপে ৰৈ আছে।

## কালিদাসৰ সংসাৰখন ( সংগৃহীত )

আমাৰ দেশত বিভিন্ন লোকসমাজত কালিদাস সম্পৰ্কে নানা তৰহৰ গল্প সাধুকথা হিছাপে প্ৰচলিত হৈ আহিছে। আবহমান কালৰপৰা মানুহৰ মুখে নাইবা কাণে কাণে বাগৰি অহা কালিদাস সম্বন্ধীয় কিছুমান আখ্যান প্ৰবাদ বুলি স্বীকৃতি লাভ কৰা দেখা গৈছে। কালিদাসৰ জীৱনীৰ পাতনি স্বৰূপে তেখেতৰ বিবাহখনৰ বিষয়ে প্ৰাচীনাবাদ এটা আছে আৰু তাৰ মতে কোনো এক ৰজাৰ ৰাজকুমাৰীয়ে সেই কালৰ প্ৰথা অনুসৰি প্ৰতিজ্ঞা কৰিছিল যে যিজনলোকে পাণ্ডিত্যৰ দ্বাৰা তেওঁক পৰাজয় কৰিব পাৰিব সেইজনকে ৰাজকন্যাই স্বামী হিচাপে বৰণ কৰিব। কোনো কোনোৱে কব খোজে যে সেইজনীয়েই তেতিয়াৰ গৌড়ৰ ৰজাৰ একমাত্ৰ জীয়ৰী আছিল নাম তেওঁৰ বিদ্যাৱতী। বিদ্যাৱতীক পত্নীৰূপে পাবলৈ আশা কৰি বহু ঠাইৰপৰা শিক্ষিত যুৱকসকল আহি ৰাজকুমাৰীৰ লগত যুক্তিতৰ্কত পৰাজয় স্বীকাৰ কৰি গুচি যায়। এনেদৰে বহু পণ্ডিতে অপমান বোধ কৰি কেনেকৈ বিদ্যাৱতীক চুৰ্ণ কৰিব পাৰি তাৰ বাবে বুদ্ধি সাজিলে। অৱশেষত কেইজনমান পণ্ডিতে যুক্তি কৰিলে যে যিকোনো উপায়ে বিদ্যাৱতীক এজন মূৰ্খৰ সৈতে বিয়া দিব পাৰিলে ৰাজকন্যাৰ অহংকাৰ নাশ হব। তাকে ভাবি পণ্ডিত কেইজনে— "এজন মূৰ্খ ক'ত পোৱা যায়" তাৰে অনুসন্ধানত ৰাহিৰ হ'ল। এদিনাখন তেওঁলোকে মূৰ্খৰ সন্ধানত গৈ থাকোঁতে দেখিলে যে সৰু জুৰি এটাৰ দাঁতিত এজোপা গছত উঠি এজন যুৱকে গছৰ ডালৰ আগৰ পিনে বহি গুৰিৰ পিনে ডালটো কাটিব ধৰিছে। গছৰ ডাল কটা হলে লগে লগে যে যুৱকেও মাটিত পৰি আঘাট পাব সেই

কথা তাৰ মনলৈ অহাই নাই। তাকে দেখি পণ্ডিত কেইজনে ভাবিলে যে এইজনেই যথাৰ্থ মূৰ্খ হব আৰু এওঁকেই বিদ্যাৱতীৰ ওচৰলৈ নিব লাগিব। তাৰ পিছত তেওঁলোকৰ এজনে গছৰ ওপৰত থকা যুৱকক মাত লগালে হেৰ মূৰ্খ! গছৰপৰা নামি আহিলে আমি যি লাগে সেই ধনকে তোক দিম। সেই কথা শুনি ধন লাভৰ আশাত সি গছৰপৰা নামি আহিল। পণ্ডিতসকলে তাৰ লগত ৰাজকন্যাক বিয়া দিব বুলি কৈ তাক বুজনি দি কলে যে তুমি প্ৰথমতে মৌনী হৈ থাকিবা, কোনো কথা নকবা, আৰু যেতিয়া ৰাজকুমাৰীৰ সৈতে হোৱা কথাৰ মাজত আমি "হয় হয় বুলি মূৰ দুপীয়াম নাইবা মূৰ জোকাৰিম", সেই সময়তে তুমি ওঁ অস্তু-তথাস্তু আদি কৰি লাহে লাহে শব্দ কৰিবা। দেখিবা যে তাৰ পিছত ৰাজ কন্যাৰ লগত তোমাৰ বিয়া হৈ যাব। এনেদৰে কালিদাসক শিকাই বুজাই সুন্দৰ পোছাকৰ দ্বাৰা সজাই পৰাই লৈ পণ্ডিতসকলে ৰাজকন্যা বিদ্যাৱতীৰ ওচৰত উপস্থিত হ'ল আৰু কলে যে এই পণ্ডিতজন ( যিজনক সজাই নিছে ) পণ্ডিতসকলৰ গুৰুদেৱ হয় আৰু তেওঁ বৰ্তমানত মৌন ব্ৰতী হৈ আছে। আপোনাৰ ( ৰাজকুমাৰীৰ ) লগত আমি ( পণ্ডিতসকল ) তৰ্কশাস্ত্ৰত পৰাজিত হলে এখেতৰ লগত আপোনাৰ তৰ্ক হব বুলি কালিদাসক দেখুৱাই দি পণ্ডিতসকলে বিদ্যাৱতীৰ লগত তৰ্ক আৰম্ভ কৰিলে। আগতে শিকাই ৰখা ধৰণে কালিদাসে মাজে মাজে ওঁ অস্তু আদি শব্দ কৰি গ'ল। যেতিয়াই কালিদাসৰ শব্দ উচ্চাৰিত হয় তেতিয়াই বিদ্যাৱতী উচপ খাই থমকিৰয়। কাৰণ বিদ্যাৱতীৰ কথা আৰু কালিদাসে কৰা শব্দৰ সমৰ্থন ঠিক একে সময়তে হৈ উঠে। শেষত পণ্ডিতসকলে পৰাজয় মানি ল'লে। কিন্তু তেওঁলোকৰ গুৰুদেৱ বুলি কোৱা মূৰ্খ কালিদাস তেতিয়াও অপৰাজেয় হৈ আছে। বিদ্যাৱতীয়ে ভাবিলে পণ্ডিতৰ গুৰুজনে যিহেতু মৌন ব্ৰতী সেই কাৰণে আকাৰে ইঙ্গিতে দি এওঁক পৰীক্ষা কৰা যাব। এই ভাবি বিদ্যাৱতীয়ে সেই ছদ্মবেশী গুৰুজনৰ আগত হাতৰ এটা আঙুলি দেখুৱালে। সৰ্বনাশ, এই বিষয়ে কালিদাসক একো



কোৱা হোৱা নাছিল। কালিদাসে ভাবিলে কি কৰা যায় এতিয়া, ৰাজ কন্যাৰ মুখলৈ চাই তেওঁ এটা আৰু পিছতে দুটা আঙুলি দেখুৱালে। বিদ্যাৱতী আচৰিত হৈ তেওঁ হাতৰ দুটা আঙুলি দেখুৱালে। কালিদাসে একো উপায় নেদেখি ভয় মনেৰে দুটা তাৰ পিছতে তিনিটা আঙুলি ৰাজ কন্যাক দেখুৱালে। তেতিয়া ৰাজ কুমাৰীয়ে সন্তুষ্ট মনেৰে প্ৰণাম জনাই কালিদাসক বৰমাল্য অৰ্পণ কৰিলে। লগে লগে পুৰনাৰীসকলে উৰুলি ধ্বনি দিলে আৰু পণ্ডিত সকলে বেদমন্ত্ৰ উচ্চাৰণ কৰিলে। মূৰ্খ কালিদাসক দিয়া পণ্ডিতসকলৰ উদ্দেশ্য পুৰণ হোৱাত তেওঁলোকে সসন্মানে তাৰপৰা আতৰি গ'ল। পিছত গৌড় ৰজাই জীয়েক বিদ্যাৱতীক সুধিলে 'তুমি কি পৰীক্ষা কৰি যুৱকক বৰমাল্য প্ৰদান কৰিছা? বিদাৱতীয়ে কলে যে প্ৰথমতে এটা আঙুলিৰ দ্বাৰা বিশ্ব ব্ৰহ্মাণ্ডৰ আধাৰ এক বুলি প্ৰশ্ন কৰা হল। তাৰ উত্তৰত কালিদাসে দুটা আঙুলিৰ দ্বাৰা বুজালে যে ব্ৰহ্মাণ্ডৰ আধাৰ এক হলেও তাৰ ভাগ দুটা—যেনে পুৰুষ আৰু প্ৰকৃতি। শেষত বিদ্যাৱতীয়ে দুটা আঙুলি প্ৰদৰ্শন কৰি প্ৰশ্ন তুলিলে যে পুৰুষ আৰু প্ৰকৃতিৰ বাহিৰে একো নাই। তাৰ উত্তৰ হিছাপে কালিদাসে হাতৰ তিনিটা আঙুলিৰ ইঙ্গিত দি বুজালে যে দুটাৰ বাহিৰেও আন এটা আছে যাক আমি নিয়ন্তা বুলি কওঁ। বিদ্যাৱতীৰ কথাত ৰজাইও সন্তুষ্ট হ'ল আৰু কালিদাসক বিজ্ঞজন ভাবি যথা বিধি অনুষ্ঠান সমাৰোহেৰে বিদ্যাৱতীক কালিদাসৰ হাতত সম্প্ৰদান কৰিলে। আনন্দেৰে বিবাহ কাৰ্য্য সম্পন্ন হৈ গ'ল। আনন্দ আৰু শঙ্কাৰ মাজেৰে নিশা কালদাসে বিদ্যৱতীৰ শয়ন কক্ষত প্ৰৱেশ কৰিলে। এই সম্বন্ধে প্ৰাচীন কামৰূপ ৰাজ্যৰ পৰা বৰ্ত্তমানলৈকে প্ৰচলিত জনশ্ৰুতি অনুসৰি ইয়াৰ গীতিকাৰসকলে ৰচনা কৰা পদাৱলী প্ৰসঙ্গ আদিত বিভিন্ন ধৰণেৰে পাঠ কৰা শুনা যায় যে নিশা বিদ্যাৱতী তেওঁৰ বিছনাত শুই থকা অৱস্থাত ভ্ৰম বশতঃ কালিদাসে বিছনাৰ পৰিবৰ্ত্তে আঠুৱাৰ ওপৰতে শুইছিল আৰু তাকে দেখি বিদ্যাৱতী অতিশয় ক্ৰুদ্ধা হৈ উঠিছিল। ইত্যাদি কথাবোৰ যিয়ে হ'ক কালিদাসে

বিদ্যাৱতীৰ কক্ষত উপস্থিত হোৱাৰ কিছু সময়ৰ ভিতৰতে বিদ্যাৱতীয়ে উপলব্ধি কৰিব পাৰিলে কালিদাস এজন প্ৰকৃত মূৰ্খ আৰু তেওঁৰ লগতে বিদ্যাৱতীৰ বৈবাহিক সম্বন্ধ স্থাপন হ'ল। এইটো তেওঁৰ অদৃষ্ট নেই এটা ষড়যন্ত্ৰ, তাকে ভাবি ভাবি বিদ্যাৱতী ধৈৰ্যাচ্যুতা হৈ উঠিল। লাজ, অপমান আৰু অভিমান আদিৰ চিন্তাই বিদুষী ৰাজকন্যা বিদ্যাৱতীয়ে হিতাহিত জ্ঞান হেৰুৱাই স্বামীৰূপে বৰণ কৰা কালিদাসক প্ৰথম দিনতেই পদাঘাত কৰি ঘৰৰপৰা বাহিৰ কৰি দিলে। ৰাজকুমাৰীৰ আচৰণত মৰ্মান্তিক আঘাত পাই কালিদাসে হুক্‌হুকাই কান্দিলে আৰু সেই ৰাতিয়েই ৰাজকুমাৰীৰ শয়ন কক্ষৰপৰা ওলাই আহিল।

## কালিদাসৰ সিদ্ধিলাভ

বিদ্যাৱতীয়ে মূৰ্খ বুলি কালিদাসক অপমান কৰাৰ কাৰণে তেওঁ অতি আঘাত পালে আৰু সেইয়েই তেওঁক মৰণৰ চিন্তালৈ লৈ গ'ল। সেই ৰাতিয়েই এটা পুখুৰীৰ পাৰত বহি কালিদাসে বিদ্যাৱতীৰ পৰা পোৱা অপমান আৰু তাৰ কাৰণে মৃত্যুৰ চিন্তা কৰি থাকোতে ৰাতি অতিবাহিত হ'ল। শেষত কালিদাস মৃত্যু চিন্তাৰ পৰিবৰ্তে কেনেকৈ বিদ্যাৱতীৰ দৰে বিদ্যালাভ কৰিব পাৰি তাৰ চিন্তাত নিমগ্ন হ'ল। দিনৰ পিছত ৰাতি, মাহৰ পিছত বছৰ এনেদৰে কালিদাসৰ বহুদিন অতিবাহিত হ'ল। মাত্ৰ তেওঁৰ মনত এটাই চিন্তা যে কেনেকৈ বিদ্যাধিষ্ঠাত্ৰী দেৱী সৰস্বতীৰ কৃপা লাভ কৰি বিদ্যালাভ কৰিব পাৰিব। কালিদাসে তেওঁৰ সমস্ত কামনা-বাসনা পৰিত্যাগ কৰি অন্তৰত দেৱী সৰস্বতীৰ ধ্যানত কিমান বিনিদ্ৰ ৰজনী আৰু অনাহাৰ নিৰাহাৰ দিন পাৰহৈ গ'ল তাৰ সীমা নাই। অৱশেষত এদিনাখন নিৰ্জন ধ্যানত নিমগ্ন অৱস্থাত থাকোতে এজনী বৃদ্ধা ৰমণী উপস্থিত হৈ সুধিলে হেৰ! তই কি কৰিছ? কলিদাস নিৰুত্তৰ ধ্যানত মগ্ন। বৃদ্ধা গৰাকীয়ে আকৌ অলপ



পিছত আহি সুধিলে হেৰ বাছা! তোক কি লাগে? এইবাৰ কালিদাসে মূৰ তুলি চাই উত্তৰ দিলে বিদ্যা লাগে। কালিদাসৰ একনিষ্ঠ চিন্তাত জগৎ জননী দেৱী সৰস্বতী সন্তুষ্টা হ'ল আৰু কালিদাসক কলে যদি তোক বিদ্যা লাগে তেনেহলে এই পুখুৰীত নামি ডুব মাৰি পানীৰ তলত কি আছে তুলি আনা। সেই কথামতে কালিদাসে পানীত ডুব মাৰি তলৰপৰা দুই হাতত বোকা লৈ উঠিলত বৃদ্ধাই সুধিলে কি পালি? কালিদাসে উত্তৰ দিলে পেঁক্। এনেদৰে তৃতীয় বাৰত কালিদাসে পংক বুলি কোৱাত বৃদ্ধাই আকৌ ডুব মাৰিব কলে। কালিদাসে ডুব মাৰিলে আৰু এইবাৰ দেৱীৰ কৃপাত তেওঁৰ সিদ্ধি লাভ হ'ল। কালিদাসে তেওঁৰ সোঁহাতত এটা পদুম ফুল আৰু বাওঁ হাতত এটা ভেঁট্ ফুললৈ পানীৰ পৰা উঠি দেখে যে পুখুৰীৰ পাৰত থকা সেই বৃদ্ধাজনীৰ পৰিবৰ্তে শুভ্ৰ পদুমৰ ওপৰত অধিষ্ঠিতা বীণা পুস্তক হস্তা, শুক্ল বৰ্ণা জ্যোতিৰ্ময়ী দেৱীৰ আবিৰ্ভাৱ। দেৱীৰ কৃপাত কালিদাসৰ মুখৰপৰা আপোনা-আপোনি উচ্চাৰিত হ'ল "পদ্ম মিদং মম দক্ষিণ হস্তে বাম কৰে লসদুৎপল মেকম্। ব্ৰূহি কিমিচ্ছসি পংকজ নেত্ৰে কৰ্কশনাল মকৰ্কশ নালম্॥ অৰ্থাৎ— কালিদাসে কলে যে মোৰ (কালিদাসৰ) সোঁ হাতত এটা পদুম ফুল আৰু বাওঁ হাতত এটা ভেঁটফুল আছে। হে পদ্ম নয়না কোৱাচোন বাৰু কঠিন ঠাৰিৰ পদুম নাইবা কোমল ঠাৰিৰ ভেঁটফুল কোনটো ইচ্ছা কৰা। এনে কথাত দেৱী কালিদাসৰ প্ৰতি সন্তুষ্টা আৰু বিতুষ্টা দুয়োটাই হ'ল। দেৱী তুষ্টা হৈ কালিদাসক শ্ৰেষ্ঠ কবি হব আৰু সৰস্বতী দেৱীৰ বৰ পুত্ৰ বুলি জগতত পৰিগণিত হব বুলি কলে। দেৱীৰ চৰণ দৰ্শন নকৰাকৈ মুখ চাই বৰ্ণনা কৰাৰ কাৰণে দেৱী ৰুষ্টা হৈ কালিদাসৰ অন্তিম সময় কলংকিত হব বুলি কৈ অন্তৰ্দ্ধান হ'ল। প্ৰবাদমতে সিদ্ধিলাভৰ পাছত কালিদাস বিদ্যাৱতীৰ ওচৰত উপস্থিত হোৱাত বিদ্যাৱতীৰ প্ৰশ্নত কালিদাসে উত্তৰ দি কৈছিল— "অস্তি কশ্চিৎ বাগ্ বিশেষঃ" আৰু এইযাৰ কথাৰ প্ৰতিটো শব্দৰ দ্বাৰা একোখন উপাদেয় কাব্য

গ্ৰন্থ ৰচনা কৰি ৰাখিছে। কথা প্ৰসংগত বিদ্যাৱতীয়ে কালিদাসক জানিব পাৰি পূৰ্বকৃত অপাৰাধৰ বাবে ভৰিত পৰি ক্ষমা প্ৰাৰ্থনা খুজিলে।

কেইটামান বিষয়ত শ্ৰেষ্ঠত্ব লৈ ভাৰতীয় জন সমাজত প্ৰবাদ আছে। সেইবোৰ হ'ল— পুষ্পেষু জাতি, নগৰেষু কাঞ্চী, পুৰুষেষু বিষ্ণু, নদীষু গঙ্গা, নাৰীষু ৰম্ভা, নৃপতিষু ৰামঃ, কাব্যেষু মাঘঃ কবি কালিদাসঃ ॥

মহাকবি কালিদাসৰ জীৱনী চমুকৈ প্ৰকাশ কৰা হ'ল।

শ্ৰীজিতেন্দ্ৰ নাথ ভট্টাচাৰ্য
ব্যাকৰণ শাস্ত্ৰী
হৈমৱতী আলয়
নৱগিৰি পথ
গুৱাহাটী-৩

---

# শুদ্ধৰ্বাণ পত্ৰ

| অশুদ্ধ | শুদ্ধ | পৃষ্ঠা | শাৰী |
|---|---|---|---|
| সংস্কৃতি | সংস্কৃত | ১ | ১ |
| পুত্তালিকা | পুত্তলিকা | ১ | ২ |
| মনোৰঞ্জণ | মনোৰঞ্জন | ২ | ১৮ |
| ত্ৰিভূবন | ত্ৰিভূৱন | ৩ | ৪ |
| প্ৰবাহ | প্ৰৱাহ | ৩ | ৪ |
| প্ৰবাহিত | প্ৰৱাহিত | ৩ | ৫ |
| বিশ্বমিত্ৰ | বিশ্বামিত্ৰ | ৩ | ৫ |
| প্ৰদৰ্শণ | প্ৰদৰ্শন | ৩ | ১৬ |
| দেবেন্দ্ৰই | দেৱেন্দ্ৰই | ৩ | ২২ |
| ভাবৰ | ভাৱৰ | ৪ | ৮ |
| অবৰ্ণনীয় | অৱৰ্ণনীয় | ৫ | ২৫ |
| বিপ্ৰবৰ | বিপ্ৰৱৰ | ৬ | ১৩ |
| আকাশৱানী | আকাশবাণী | ৭ | ২ |
| দৈৱৱানীৰ | দৈৱবাণী | ৭ | ৪ |
| সমভাব | সমভাৱ | ১০ | ৫ |
| দেবাঙ্গনা | দেৱাঙ্গনা | ১০ | ২৫ |
| পবিত্ৰ | পৱিত্ৰ | ১২ | ৫ |
| যোগি | যোগী | ১৩ | ১৩ |
| সেইবোৰৰ | সেইবোৰ | ১৪ | ১ |
| শ্ৰুয়তে | শ্ৰূয়তে | ১৪ | ৬ |

| অশুদ্ধ | শুদ্ধ | পৃষ্ঠা | শাৰী |
|---|---|---|---|
| যাৱদাহত | যাৱদাহুত | ১৫ | ১৬ |
| উকত | উকত | ১৫ | ২২ |
| প্ৰসাদোহপি | প্ৰসাদোহুপি | ১৬ | ৩ |
| ঢকা | ঢাক্কা | ১৬ | ১২ |
| স্বাস্থ্যবান | স্বাস্থ্যৱান | ১৭ | ১৭ |
| পৰিবৰ্ত্তে | পৰিৱৰ্ত্তে | ১৭ | ২৩ |
| অন্ধমাকহ্য | অঙ্কমাৰুহ্য | ১৮ | ৮ |
| কুতঘুশ্চ | কুতঘ্নশ্চ | ১৮ | ২০ |
| তব | তৱ | ১৮ | ২৫ |
| দেৱজ্ঞ | বেদজ্ঞ | ১৯ | ১৮ |
| জলপ্ৰবাহ | জলপ্ৰৱাহ | ২২ | ১৭ |
| পবিত্ৰ | পৱিত্ৰ | ২৩ | ৪ |
| প্ৰবেশ | প্ৰৱেশ | ২৩ | ১০ |
| যশ | ৱশ | ২৩ | ১২ |
| সত্যমেতৎ | সত্যমেতে | ২৪ | ১৩ |
| প্ৰবাদ | প্ৰৱাদ | ২৬ | ৬ |
| দ্বিপ | দীপ | ২৬ | ১০ |
| সেইকেটা | সেইকেইটা | ২৭ | ১৮ |
| পাতলপুৰত | পাতালপুৰত | ২৮ | ২ |
| প্ৰবৰশ | পবৱশ | ২৮ | ১১ |
| ত্ৰিভুবন | ত্ৰিভুৱন | ২৯ | ১৫ |
| সুকাৰ্তি | সুকীৰ্ত্তি | ২৯ | ১৯ |
| মৰ্য্যদা | মৰ্য্যাদা | ২৯ | ২০ |
| বিবাহ | বিৱাহ | ৩০ | ১৩ |
| ভাব | ভাৱ | ৩০ | ১৮ |
| পৰবশ | পৰৱশ | ৩০ | ১৮ |



| অশুদ্ধ | শুদ্ধ | পৃষ্ঠা | শাৰী |
|---|---|---|---|
| সুবৰ্ণ | সুৱৰ্ণ | ৩২ | ৭ |
| নোৱৰা | নোৱাৰা | ৩৩ | ১৮ |
| প্ৰবল | প্ৰৱল | ৩৪ | ১ |
| হোৱাটোয়ে | হোৱাটোৱে | ৩৭ | ৯ |
| ক'বলে | ক'বলৈ | ৩৯ | ৩ |
| অপৰ্ষাপ্ত | অপৰ্য্যাপ্ত | ৩৯ | ১৭ |
| নেযাব | নাযাব | ৪৩ | ৪ |
| যত | য'ত | ৫০ | ১৮ |
| অতিতৰ | অতীতৰ | ৫৫ | ১ |
| বুদ্বিমান | বুদ্ধিমান | ৫৫ | ২ |
| হল | হ'ল | ৫৫ | ২২ |
| তেওঁব | তেওঁৰ | ৫৫ | ২৬ |
| পুৰুযে | পুৰুষে | ৫৬ | ৯ |
| সদশ | সদৃশ | ৬২ | ৮ |
| আক | আৰু | ৬২ | ১৬ |
| কিচুমান | কিছুমান | ৬৫ | ১ |
| প্ৰকাৰব | প্ৰকাৰৰ | ৬৯ | ৫ |
| চৰিদিনৰ | চাৰিদিনৰ | ৬৯ | ১০ |
| মন্ত্ৰা | মন্ত্ৰী | ৬৯ | ১৪ |
| বাদ্যকৰ | বাদ্যকাৰ | ৭০ | ৭ |
| কৰিবা | কৰিব | ৭৮ | ৫ |
| বজাক | ৰজাক | ৭৮ | ১৩ |
| আত | অতি | ৮০ | ১৩ |
| ৰাজধানাত | ৰাজধানীত | ৮০ | ১৮ |
| পুৰুয | পুৰুষ | ৮২ | ২৩ |
| ৰাবে | ৰাৰে | ৮৩ | ১ |

| অশুদ্ধ | শুদ্ধ | পৃষ্ঠা | শাৰী |
|---|---|---|---|
| বৰযুণৰ | ববযুণৰ | ৮৩ | ১২ |
| ৰাজা | বজা | ৮৬ | ১ |
| ৰল | ব'ল | ৮৯ | ১২ |
| আহিল | আছিল | ৯৩ | ৪ |
| হুতৰ | দূতৰ | ৯৭ | ২৪ |
| বাহ্মণক | ব্ৰাহ্মনক | ১০০ | ৩ |
| ৰাজাৰে | বজাৰে | ১০৪ | ২৬ |
| ভৰপুৰ | ভৰপূৰ | ১০৭ | ৭ |
| হুৰদৃষ্ট | দূৰদৃষ্ট | ১০৭ | ৯ |
| কামক | কাম | ১০৭ | ২৯ |
| থাকে | থাকা | ১২০ | ১৩ |